# বুদ্ধচৰিত

মূল

মহাকৱি অশ্বঘোষ

অনুবাদ

আচাৰ্য মনোৰঞ্জন শাস্ত্ৰী

অসম প্ৰকাশন পৰিষদ

গুৱাহাটী—৩

**BUDDHA-CHARITA:** Assamese translation of the original of Aswaghosa by Acharya Manoranjon Sashtri, Principal, Nalbari Sanskrit College. Edited and Published by C. P. Saikia, Secretary, Publication Board, Assam, Gauhati—3. First Published—January, 1970. Price Rs. 5.00.

প্ৰথম প্ৰকাশ
জানুৱাৰী, ১৯৭০

চন্দ্ৰপ্ৰসাদ শইকীয়া
সচিব
অসম প্ৰকাশন পৰিষদ

মূল্য : পাঁচ টকা

মুদ্ৰক
লক্ষ্মী প্ৰিণ্টিং প্ৰেছ,
পানবজাৰ : গুৱাহাটী

# বুদ্ধচৰিত

# আগকথা

শ্ৰীকৃষ্ণ আৰু শ্ৰীৰামচন্দ্ৰক স্বয়ং ভগৱানৰ অৱতাৰ বুলি ধৰিলে
ভাৰতবৰ্ষৰ ইতিহাসত প্ৰথম মহাপুৰুষ হ'ল ভগৱান বুদ্ধ ।

বুদ্ধদেৱৰ আগতে ভাৰতীয় আৰ্যহিন্দুৰ মাজত বৈদিক ধৰ্মৰ প্ৰাদুৰ্ভা
চলিছিল । বেদৰ কৰ্মকাণ্ডৰ ওপৰত বেছি গুৰুত্ব দি জনসাধাৰণ প্ৰকৃ
পথৰপৰা অনেক দূৰ আঁতৰি গৈছিল । দুৰ্বোধ্য জ্ঞানকাণ্ডৰ কথালৈ আও
কাণ কৰি সৰ্বসাধাৰণ ৰাইজ কিছুমান মিছা ধাৰণাৰ বশীভূত হৈ অহিতক
কাৰ্যত লিপ্ত হৈ পৰিছিল । জ্ঞানপিপাসা তথা সাম্য-মৈত্ৰীৰ ঠাইত ভো
লালসা, হিংসাকৰ্ম আদিয়ে মূৰ দাঙি উঠিছিল। পশুবলিৰতো কথাই নাই
নৰবলি প্ৰথাও তদানীন্তন কালত দেশত প্ৰথিত আছিল।

আবাল জ্ঞানপিপাসু তথা তত্ত্বজিজ্ঞাসু বুদ্ধই এনেবোৰ কু-আচা
কু-নীতি দেখি ৰবকৈ খেদ কৰিলে। সৰলমতি জনসাধাৰণে যাতে এই
সংস্কাৰবোৰ পৰিহাৰ কৰি সৎপথলৈ আহে, সৰ্বজনহিতায় সৰ্বজনসুখায় নিজ
জীৱন উছৰ্গা কৰিব পাৰে তাৰ বাবে এক সুগম পথৰ সন্ধানত তে
তপস্যাত মগ্ন হ'ল আৰু ধ্যানযোগে বোধিসত্ত্ব লাভ কৰিলে। সিদ্ধাৰ্থ
সিদ্ধিলাভ কৰি বুদ্ধত্ব অৰ্জন কৰিলত তেওঁৰ তত্ত্বোন্মেষক বাণীৰেই বৌদ্ধধৰ্ম
উত্থান হ'ল ।

বুদ্ধদেৱৰ দিনত সমগ্ৰ ভাৰতৰ জনসাধাৰণৰ মাজত বৌদ্ধধৰ্মই প্ৰসা
লাভ কৰিব নোৱাৰিলেও ক্ৰমে ক্ৰমে ইয়াৰ পৰিসৰ বহল হৈ গৈ ৰাজ
অশোকৰ দিনত ৰাজকীয় পৃষ্ঠপোষকতাত এই ধৰ্মই ভাৰতৰ চাৰিসী
পাৰ হৈ গৈও উত্তৰে চীন, দক্ষিণে সিংহল, পূবে ব্ৰহ্মদেশ, জাভা আ
ঠাইলৈ প্ৰসাৰিত হৈছিল। সেই দিন ধৰি বৰ্তমানলৈও বৌদ্ধধৰ্মই পৃথিৱী
প্ৰসিদ্ধ ধৰ্ম সমূহৰ ভিতৰত এক বিশিষ্ট ধৰ্ম হিচাপে স্থান লাভ কৰি আহিছে
ইয়াৰ দৰ্শন প্ৰাচ্যদৰ্শনৰ অন্যতম দৰ্শন-মাৰ্গ বুলি প্ৰতীয়মান হৈ আ ছ।

বেদব্যাখ্যাকাৰ, ভাগৱতস্ৰষ্টা ব্যাসদেৱৰ কাপত যিদৰে শ্ৰীকৃষ্ণৰ ভগৱৎ চৰিত্ৰৰ মাহাত্ম্য নিভালিত হৈছিল, আদিকৱি বাল্মীকিৰ অমৰ লেখনীৰ মাজেৰে যিদৰে শ্ৰীৰামচন্দ্ৰৰ অতি মানৱীয় ঐশী গুণৰাজিৰ স্ফুৰণ হৈছিল, ঠিক সেইদৰে মহাকৱি অশ্বঘোষৰ দ্বাৰা তথাগত বুদ্ধৰ লোক-বিলক্ষণ জীৱন চৰিত আৰু জ্ঞান-গৰিমাৰ প্ৰসাৰ সাধন হৈছিল। জাতক, পিটক আদি গ্ৰন্থত বুদ্ধদেৱৰ ধৰ্মবাণীসমূহ নিবদ্ধ থাকিলেও সেই 'প্ৰভুসন্মিত' বাণী সৰ্বসাধাৰণৰ বাবে সুগম্য নহয়, কষ্টসাধ্য; কিন্তু অশ্বঘোষে 'বুদ্ধচৰিত' মহাকাব্যত বুদ্ধৰ লোকোত্তৰ চৰিত্ৰ আৰু বৌদ্ধ দৰ্শনক 'প্ৰিয়সন্মিত' বাক্যেৰে প্ৰতিপাদিত কৰিছে আৰু তাৰ দ্বাৰা কাব্যৰসৰ মাজেদিয়ে ধৰ্ম আৰু দৰ্শনৰ তত্ত্ববোধন সুগম্য হৈ উঠিছে।

'বুদ্ধচৰিত' মহাকাব্যখন দুই ভাগে বিভক্ত। পূৰ্বভাগত চৈধ্যটা সৰ্গেৰে ভগৱান বুদ্ধৰ জন্মৰপৰা বুদ্ধত্ব প্ৰাপ্তিলৈ বৰ্ণনা কৰা হৈছে। উত্তৰ ভাগৰ অনুবাদ বহুদিনলৈ অনুপলব্ধ হৈ আছিল। শেষত তিব্বতী ভাষাত অনেক বিদ্বান ব্যক্তিৰ দ্বাৰা বহুতো ভাষালৈ উত্তৰ ভাগৰ অনুবাদ হয়। আমাৰ এই অনুবাদ গ্ৰন্থত বুদ্ধচৰিতৰ পূৰ্বভাগৰহে ভাঙনি কৰা হৈছে।

এই মহৎ গ্ৰন্থখনিৰ অসমীয়া অনুবাদ কৰি নলবাৰী সংস্কৃত মহাবিদ্যালয়ৰ অধ্যক্ষ, পণ্ডিত মনোৰঞ্জন শাস্ত্ৰী মহোদয় আমাৰ সকলোৰে কৃতজ্ঞতাৰ পাত্ৰ হৈছে। আমাৰ আশা, বুদ্ধচৰিতৰ নিচিনা জ্ঞানগভীৰ গ্ৰন্থৰ অসমীয়া অনুবাদটি অসমীয়া পাঠকৰ বাবে বুদ্ধদেৱৰ জীৱন চৰিত আৰু বৌদ্ধ ধৰ্মৰ তত্ত্বপূৰ্ণ বাণীৰ তাৎপৰ্য বুজাত সহায়ক হ'ব।

২৬ জানুৱাৰী, ১৯৭০
গুৱাহাটী—৩

**চন্দ্ৰপ্ৰসাদ শইকীয়া**
সচিব
অসম প্ৰকাশন পৰিষদ

॥ শ্ৰীঃ ॥

# বুদ্ধচৰিত

**( পূৰ্বভাগ )**

## প্ৰথম সৰ্গ

## ভগৱান বুদ্ধৰ জন্ম

**ভগৱন্ত ত্ৰিৰত্নৰ প্ৰতি নমস্কাৰ**

যিজনে জগতত পৰম সম্পদ বিধান কৰি ( সৃষ্টি কাৰ্যত ) সৃষ্টিকৰ্তা বিধাতাক পৰাজিত কৰিছে, অজ্ঞান অন্ধকাৰ আঁতৰাই সূৰ্যক জিনিছে, সংসাৰৰ তাপ দূৰ কৰি মনোহৰ পূৰ্ণচন্দ্ৰকো চেৰ পেলাইছে, যাৰ লগত তুলনা কৰিব পৰা এই বিশ্ব-ব্ৰহ্মাণ্ডত একোৱে নাই, সেই পূজনীয় পুৰুষ ( ভগৱন্ত বুদ্ধক ) বন্দনা কৰোঁ ॥ ১ ॥

মহৰ্ষি কপিল মুনিৰ বাসস্থান ( হোৱা হেতুকে ) কপিলবাস্তু নামেৰে খ্যাত নগৰ এখন আছিল। বিশাল আৰু উচ্চ শিখৰেৰে আকাশ লঙ্ঘি থকা আৰু মেঘমালাৰে পৰিবেষ্টিত হৈ থকা ( কৈলাস ) পৰ্বতৰ দৰে সুউচ্চ প্ৰাসাদবিলাকেৰে আকাশ লঙ্ঘি থকা এই নগৰখন বিশাল আৰু উচ্চ প্ৰাচীৰেৰে পৰিবেষ্টিত হৈ শোভা পাইছিল ॥ ২ ॥

বশুদ্ধ আৰু উন্নত নীতিৰ দ্বাৰাই এই নগৰখনে কৈলাস শিখৰৰ মেঘৰ শোভা—শুভ্ৰতা আৰু উচ্চতা হৰণ কৰি আনি যেন নিজৰ কৰি লৈছে। গতিকে বৃহৎ বৃহৎ মেঘখণ্ডই ভুলতে ইয়াক কৈলাস পৰ্বত বুলি ভাবি এই নগৰলৈ আগবাঢ়ি আহে আৰু এই নগৰেও মেঘৰ সেই সম্ভাৱনা সফল কৰি তোলে (অৰ্থাৎ কৈলাস পৰ্বতত মেঘমালাই যেনেকুৱা পায় ইয়াতো তেনেকুৱা পায় গতিকে মেঘৰ আগমন সাফল্যমণ্ডিত হয়, মেঘে যে ইয়াক কৈলাস পৰ্বত বুলি ভাবিছিল সেই ধাৰণা ভুল বুলি প্ৰমাণিত নোহোৱাকৈয়ে ৰ'ই যায়)।

আনপক্ষে, বিশুদ্ধ আৰু উন্নত নীতিৰে এই নগৰে কৈলাস শিখৰৰ মেঘৰ শোভা হৰণ কৰি আনি নিজৰ কৰি লৈছে বাবে কৈলাস পৰ্বত মেঘৰ শুভ্ৰতা আৰু উচ্চতাৰ দ্বাৰা যিদৰে বিশুদ্ধ আৰু উন্নত হৈ থাকে সেইদৰে এই নগৰো নীতিৰ বিশুদ্ধতা আৰু উচ্চতাৰ দ্বাৰা বিশুদ্ধ আৰু উন্নত বুলি প্ৰতীয়মান হয়। দূৰ দূৰান্তৰপৰা উৰি আহিয়ে হওক বা ভুলতে হওক নিজৰ ওচৰ চাপি অহা বৃহৎ বৃহৎ মেঘখণ্ড-বিলাকৰ আশা যিদৰে কৈলাস পৰ্বতে সাফল্যমণ্ডিত কৰি তোলে সেইদৰে ভুলতে হওক বা ফুৰি ফুৰি আহিয়ে হওক বৃহৎ বৃহৎ জলপোত (জাহাজ) বিলাক ইয়াৰ ওচৰ চাপি আহিলে এই নগৰে আদৰণি জনাই সেইবোৰৰ আগমন সাফল্যমণ্ডিত কৰি তোলে ॥ ৩ ॥

ৰত্নৰ জেউতিৰে আলোকিত হৈ থকা সেই নগৰত যিদৰে দাৰিদ্ৰ্যই থাকিবলৈ ঠাই নাপাইছিল সেইদৰে অন্ধকাৰেও ক'তো থাকিবলৈ ঠাই পোৱা নাছিল। আঢ্যৱন্ত নগৰবাসী-সকলৰ লগত একেলগে থাকিবলৈ পাই লক্ষ্মীদেৱীয়ে আনন্দতে



যেন মিচিকিয়া হাঁহি মাৰি সেই নগৰত অধিকভাৱে বিৰাজ কৰিছিল ॥ ৪ ॥

ওখ ভেটি, তোৰণ (পদুলিমুখ) আৰু ঘৰৰ কড়িকাঠৰ মূৰত খোদিত কৰি সজাই ৰখা সিংহমুখ আৰু বিবিধ ৰত্নৰ দ্বাৰা এটা ঘৰত আনটো ঘৰৰ শোভা প্ৰতিফলিত হোৱা হেতুকে এই নগৰখনে পৃথিৱীত নিজৰ সমকক্ষ আন কোনো নগৰ নেদেখি যেন নিজৰ ঘৰবিলাকৰ ভিতৰতে ইটোৰ লগত সিটোৰ (সৌন্দৰ্যৰ) প্ৰতিযোগিতা চলাই আছে ॥ ৫ ॥

সেই নগৰৰ সুন্দৰী ৰমণীসকলৰ পদুমকো চেৰ পেলোৱা মুখচন্দ্ৰবোৰক অবমাননা কৰি আঁতৰলৈ গুচি গৈয়ো সূৰ্যই সন্তাপতে অতিষ্ঠ হৈয়ে যেন (সন্তাপ উপশমৰ অৰ্থে) পানীত বুৰ মাৰিবলৈ বুলি পশ্চিম সমুদ্ৰৰ অভিমুখে যাত্ৰা কৰে ॥ ৬ ॥

আকাশত থকা সৌ চন্দ্ৰটোক শাক্যসকলৰ উপাৰ্জিত যশস্যাৰ প্ৰতীক বুলি গ্ৰহণ কৰা কাৰণে এই নগৰবাসী-বিলাকে মনোহৰ চঞ্চল পতাকা উৰি থকা ধ্বজদণ্ডৰ দ্বাৰা চন্দ্ৰৰ কলঙ্ক মচি পেলাবলৈ যেন উদ্যোগ কৰিছে ॥ ৭ ॥

নিশা নগৰৰ ৰূপৰ (ৰূপালী) ঘৰবিলাকত পৰা চন্দ্ৰ কিৰণৰ দ্বাৰা সুশোভিত হৈ এই নগৰে ফুলি থকা ভেঁট ফুলবিলাকক উপহাস কৰে (অৰ্থাৎ তেতিয়া ই ফুলি থকা ভেঁটফুলতকৈও অধিক সুন্দৰ হৈ উঠে) আৰু দিনত সূৰ্যৰ কিৰণ পৰি সুন্দৰ হৈ উঠা সোণালী অট্টালিকাবিলাকৰ দ্বাৰা ই ফুলি থকা পদুমৰ শোভা ধাৰণ কৰে ॥ ৮ ॥

পৃথিৱী ধাৰণ কৰোঁতাসকলৰ ভিতৰত অগ্ৰগণ্য, সূৰ্যদেৱৰ উপৰিপুৰুষ ব্ৰহ্মাদেৱে ফুলি থকা (বিষ্ণুৰ নাভি) কমলত বাস কৰি তাক অলঙ্কৃত কৰাৰ দৰে নৃপতিসকলৰ শিৰোমণি,

সূৰ্যবংশীয় ৰজা শুদ্ধোদনে বাস কৰি এই নগৰ ৰাজ কপিল-বাস্তুক অলঙ্কৃত কৰিছিল ॥ ৯ ॥

শ্ৰেষ্ঠ পৰ্বত হৈয়ো ডেউকাসমন্বিত হোৱাৰ দৰে শ্ৰেষ্ঠ ৰজা হৈয়ো এওঁ মিত্ৰৰজাৰ সাহায্য লৈছিল, হিমজু ওলোৱা হাতী হৈয়ো মতলীয়া নোহোৱাৰ দৰে দানশীল হৈয়ো নিৰহঙ্কাৰ আছিল, ত্ৰিলোচন হৈয়ো সৰ্বদাই সমচক্ষুসমপন্ন হোৱাৰ দৰে প্ৰভাৱশালী হৈয়ো সততে সমদৃষ্টিসম্পন্ন আছিল আৰু শান্ত স্বভাৱসম্পন্ন হৈয়ো প্ৰচণ্ড প্ৰতাপশালী আছিল ॥ ১০ ॥

যুদ্ধক্ষেত্ৰত শত্ৰুপক্ষৰ সৰ্বশ্ৰেষ্ঠ হাতীবিলাক এই ৰজাৰ হাতৰ মাৰ খাই বাগৰি পৰে আৰু (তেনে অৱস্থাত) সিহঁতৰ মূৰৰপৰা মুকুতাবোৰ সৰি পৰে; তেতিয়া সেই হাতীবিলাকে পুষ্পাঞ্জলি প্ৰদান কৰি মূৰ দোঁৱাই ৰজাক ভক্তিভাৱে প্ৰণাম কৰা যেন দেখা যায় ॥ ১১ ॥

প্ৰখৰ কিৰণৰ সূৰ্যই পূৰ্ণ (সূৰ্য—) গ্ৰহণৰ অন্ধকাৰ আঁতৰাই প্ৰাণীবৰ্গক পোহৰ দান কৰি গন্তব্য পথ দেখুৱাই দিয়াৰ দৰে এইজনা ৰজাই নিজৰ প্ৰচণ্ড প্ৰতাপেৰে শত্ৰু বিলাকক আঁতৰ কৰি প্ৰজাবৰ্গৰ আশ্ৰয়ণীয় কল্যাণৰ পথ দেখুৱাই দি সমগ্ৰ জনসমাজক আলোকিত কৰি তুলিছিল ॥ ১২ ॥

এই ৰজাৰ নীতিৰ প্ৰভাৱত ধৰ্ম, অৰ্থ আৰু কাম— এই তিনিবিধ পুৰুষাৰ্থৰ এটাই আনটোৰ স্থান অধিকাৰ কৰি ক্ষতিসাধন কৰিবলৈ যোৱা নাছিল, অথচ প্ৰত্যেকেই যেন নিজৰ নিজৰ অতিশয় সফলতা দেখুৱাবৰ কাৰণে অৰিয়া-অৰিকৈ আগবাঢ়ি গৈ অধিক উজ্জ্বল হৈ উঠিছিল ॥ ১৩ ॥

তৰাৰ প্ৰভাৰ দ্বাৰা নিজৰ প্ৰকাশৰ কোনো হানি নোহোৱাকৈ চন্দ্ৰ যিদৰে তৰাবিলাকেৰে সৈতে প্ৰকাশ পাই থাকে সেইদৰে অতি তীক্ষ্ণবুদ্ধিসম্পন্ন শাক্যবংশৰ শ্ৰেষ্ঠ ৰজাজনে



উদাৰ বুদ্ধিসম্পন্ন অসংখ্য প্ৰাত্ৰ-মন্ত্ৰীৰ মাজত প্ৰধানৰূপে সততে বিৰাজ কৰি আছিল ॥ ১৪ ॥

এই ৰজাৰ সকলো মহিষীৰ ভিতৰত মায়া নামেৰে এজনী শ্ৰেষ্ঠা মহিষী আছিল। ৰবিৰ প্ৰভাই সমস্ত অন্ধকাৰৰ প্ৰভাৱ আঁতৰোৱাৰ দৰে, মহাৰাণী মায়াই সমস্ত তমোগুণৰ প্ৰভাৱ আঁতৰাই দিছিল। এওঁ অতিশয় সুন্দৰী, আনকি অতিশয় সৌন্দৰ্যৰ আধাৰস্বৰূপা আছিল। মায়া অৰ্থাৎ কপটতাৰপৰা মুক্ত হৈ (আঁতৰি) থকাৰ কাৰণেই তেওঁৰ নাম যেন মায়া আছিল ॥ ১৫ ॥

তেওঁ মাতৃৰ দৰে প্ৰজাবিলাকৰ হিত সাধনত ৰত আছিল, গুৰুজনৰ প্ৰতি মূৰ্তিমতী ভক্তিৰ দৰে অনুগতা হৈ চলিছিল, লক্ষ্মীদেৱীৰ দৰে স্বামীৰ ঘৰ জিলিকাই আছিল আৰু জগতৰ শ্ৰেষ্ঠা দেৱীস্বৰূপা আছিল ॥ ১৬ ॥

নাৰী-চৰিত্ৰক যদিও সদায় অন্ধকাৰময় (দুৰ্জ্ঞেয়) বুলি ধৰা হয় তথাপিও এই নাৰী-চৰিত্ৰই তেওঁক (মহাৰাণী মায়া-দেৱীক) আশ্ৰয় কৰি উজ্জ্বলভাৱে শোভা পাই উঠিছিল। কাৰণ শুভ্ৰ চন্দ্ৰলেখাৰ সম্পৰ্ক লাভ কৰিলে (স্বভাৱতে অন্ধকাৰময়) নিশা আৰু অন্ধকাৰ হৈ নাথাকে ॥ ১৭ ॥

'(ধৰ্ম উপলব্ধিৰ অৰ্থে মানুহৰ কোনো ইন্দ্ৰিয় নাই গতিকে) ইন্দ্ৰিয়ৰ অগোচৰ হোৱাৰ কাৰণে মোৰ লগত এই ভ্ৰান্ত মানুবিলাকক পৰিচিত কৰা মোৰ পক্ষে অসম্ভৱ কাৰ্য' —ইয়াকে ভাবি যেন ধৰ্মই নিজৰ সূক্ষ্ম স্বৰূপ এৰি এই সাক্ষাৎ ৰাজমহিষীৰ মূৰ্তি ধাৰণ কৰিছে ॥ ১৮ ॥

সৰ্বশ্ৰেষ্ঠ বোধিসত্ত্বই তুষিত নামৰ স্বৰ্গলোকৰপৰা নামি আহি তিনিও লোক উদ্‌ভাসিত (আলোকিত) কৰি পূৰ্ণজ্ঞান সহকাৰে (পূৰ্বোপাৰ্জিত জ্ঞানৰ কোনো হানি নোহোৱাকৈয়ে)

নাগৰাজে নন্দা নামৰ গুহাত প্ৰৱেশ কৰাৰ দৰে এওঁৰ ( মায়াদেৱীৰ ) গৰ্ভত প্ৰৱেশ কৰিলেহি ॥ ১৯ ॥

তেওঁ ( বোধিসত্ত্বই ) হিমালয় পৰ্বতৰ দৰে শুভ্ৰ, দুটা প্ৰকাণ্ড দাঁতেৰে সুশোভিত আৰু মদগন্ধেৰে সুবাসিত মুখেৰে হাতীৰ ৰূপ ধৰি জগতৰ দুখ লাঘৱ কৰিবলৈ বসুধাধিপতি ( মহাৰাজ ) শুদ্ধোদনৰ মহিষীৰ গৰ্ভত প্ৰৱেশ কৰিছিলহি ॥ ২০ ॥

তেতিয়া সমগ্ৰ লোকৰ একমাত্ৰ নায়ক সেই ভগৱান বোধিসত্ত্বৰ ৰক্ষাৰ অৰ্থে লোকপালসকল স্বৰ্গৰপৰা নামি আহিল। কিয়নো চন্দ্ৰৰ কিৰণ সকলোৰে ওপৰত পৰিলেও কৈলাস পৰ্বতত বিশেষভাৱে মূৰ্ত হৈ পৰে ॥ ২১ ॥

মেঘমালাই বিজুলীৰ চমক ধাৰণ কৰাৰ দৰে মহাৰাণী মায়ায়ো তেওঁক গৰ্ভত ধাৰণ কৰি দান-বৃষ্টিৰে জনতাৰ দাৰিদ্ৰ্যৰ তাপ দূৰ কৰিছিল ॥ ২২ ॥

এদিনাখন মহাৰাণীৰ উত্তম বস্তু উপভোগৰ অৰ্থে গৰ্ভদোহদ উপস্থিত হলত ৰজাৰ অনুমতিক্ৰমে তেওঁ অন্তঃপুৰবাসিনী নাৰীসকলেৰে সৈতে লুম্বিনী নামৰ প্ৰমোদ উদ্যানলৈ গ'ল ॥ ২৩ ॥

তাতেই মহাৰাণী মায়াদেৱীয়ে ফুলগছ এজোপাৰ পুষ্পভৰত অৱনত ডাল এটা ধৰি হলাই অনাৰ সময়তে বোধিসত্ত্বই তেওঁৰ উদৰদেশ দুফাল কৰি তৎক্ষণাৎ বাহিৰলৈ ওলাই আহিল ॥ ২৪ ॥

যেতিয়া আকাশত পুষ্যা নক্ষত্ৰ প্ৰসন্ন ( উজ্জ্বল ) হৈ উঠিল তেতিয়াই ব্ৰত-আচৰণৰ দ্বাৰা পৱিত্ৰ হৈ থকা মহাৰাণীৰ গৰ্ভৰপৰা কোনো ৰোগ-পীড়া আৰু দুঃখ-বেদনা নোহোৱাকৈ সমগ্ৰ লোকৰ হিত-সাধনৰ অৰ্থে সেই পুত্ৰটি উপজিল ॥ ২৫ ॥



ৰাতিপুৱা মেঘৰ মাজৰপৰা ওলাই আহি প্ৰখৰ কিৰণশালী সূৰ্যই যিদৰে উজ্জ্বল কিৰণেৰে অন্ধকাৰ নাশ কৰি জগতখন উজ্জ্বল সোণবৰণীয়া কৰি তোলে সেইদৰে মাতৃগৰ্ভৰপৰা উপজিয়ে বোধিসত্ত্বই নিজৰ চাৰিওপিনে প্ৰসাৰিত হোৱা ( জ্ঞানময় ) উজ্জ্বল কিৰণমালাৰে মোহান্ধকাৰ নাশ কৰি জগতক বিশুদ্ধ সুবৰ্ণ-উজ্জ্বল কৰি তুলিছিল ॥ ২৬ ॥

সোণৰ যূপৰ ( যজ্ঞীয় খুটাৰ ) নিচিনা উজ্জ্বল গৌৰবৰ্ণ বোধিসত্ত্বই ওপজা মাত্ৰে পৰম আনন্দিত হৈ সহস্ৰ-নয়ন ইন্দ্ৰই তেওঁক আলফুলকৈ তুলি ললে। আকাশৰপৰা তেওঁৰ ( বোধিসত্ত্বৰ ) মূৰত মন্দাৰ ফুলেৰে সৈতে দুই ধাৰা পানী ৰাগৰি পৰিল ॥ ২৭ ॥

তেওঁক পৰিবেষ্টিত কৰি ৰখা প্ৰধান প্ৰধান দেৱতাবৃন্দক তেওঁ নিজৰ দেহৰপৰা ওলোৱা উজ্জ্বল কিৰণমালাৰে অনুৰঞ্জিত কৰি তুলিলে আৰু সন্ধ্যাকালৰ মেঘমালাৰ ওপৰত নতুনকৈ উদিত হোৱা চন্দ্ৰকো সৌন্দৰ্যেৰে পৰাজিত কৰিলে ॥ ২৮ ॥

উৰুৰপৰা ঔৰ্ব মুনিৰ, হাতৰপৰা পৃথুৰাজৰ, মূৰৰপৰা ইন্দ্ৰতুল্য ৰজা মান্ধাতাৰ আৰু কান্ধৰপৰা কক্ষীৱান ৰজাৰ জন্ম যেনেকৈ হৈছিল বোধিসত্ত্বৰো জন্ম তেনেকৈয়ে ( অস্বাভাৱিকভাৱে ) হৈছিল ॥ ২৯ ॥

তেওঁ ( বোধিসত্ত্ব ) যোনিৰপৰা ওপজা নাছিল, যথাসময়ত এইদৰে গৰ্ভৰপৰা বাহিৰ হৈ অহাত স্বৰ্গৰপৰাই নামি আহি প্ৰকাশ হোৱা যেন লাগিছিল। তেওঁ বহুকল্প ধৰি আত্ম-সমাধিত সিদ্ধিলাভ কৰি পূৰ্ণ জ্ঞান লৈ জন্মগ্ৰহণ কৰিছিল, মোহগ্ৰস্ত হৈ নহয় ॥ ৩০ ॥

উজ্জ্বলতা, তেজস্বিতা আৰু সৌন্দৰ্যেৰে এই শিশুটি এনেভাৱে শোভা পাইছিল যে তেওঁক দেখিলে পৃথিৱীলৈ

নামি অহা পুৱাৰ সূৰ্যটো যেন লাগে, অতি দীপ্তিমান হ'লেও তেওঁৰ পিনে চালেই দ্ৰষ্টাসকলৰ চকু চন্দ্ৰৰ দৰে নিজৰ পিনে আকৰ্ষণ কৰি লৈ যায় ॥ ৩১ ॥

মহামূল্য সোণৰ দৰে সুন্দৰ ৰঙৰ, সূৰ্যৰ নিচিনা এই বালকটিয়ে নিজৰ দেহৰ অতি উজ্জ্বল পোহৰৰ দ্বাৰা প্ৰদীপ-বিলাক নিস্প্ৰভ কৰি পেলাইছিল আৰু সকলো দিশ আলোকিত কৰি তুলিছিল ॥ ৩২ ॥

সপ্তৰ্ষিমণ্ডলৰ তাৰকাসদৃশ সেই বোধিসত্ত্বই তেতিয়া অজ্ঞাতসাৰে আৰু অনায়াসে ভৰি তুলি শান্তভাৱে ছাপ বহি যোৱাকৈ ধীৰে ধীৰে দীঘল দীঘলকৈ সাতখোজ আগবাঢ়ি গ'ল ॥ ৩৩ ॥

"মই জগতৰ হিত সাধনৰ অৰ্থে আৰু জ্ঞান (বোধি) লাভৰ উদ্দেশ্যেই জন্মগ্ৰহণ কৰিছোঁ, এইটোৱে মোৰ অন্তিম জন্ম, ইয়াৰ পিচত আৰু মোৰ জন্ম নহয়"—এইবুলি কৈ সেই সিংহসদৃশ গতিসম্পন্ন বোধিসত্ত্বই চাৰিওপিনে চাই মঙ্গলময় দিব্য বাণী উচ্চাৰণ কৰিলে ॥ ৩৪ ॥

সেই সৰ্বোত্তম বোধিসত্ত্বৰ শাৰীৰিক সুখৰ অৰ্থে চন্দ্ৰকিৰণৰ দৰে শুভ্ৰ শীতল আৰু উষ্ণ দুধাৰা দুখকৰ পানী আকাশৰপৰা বৈ আহি তেওঁৰ মূৰত পৰিলহি ॥ ৩৫ ॥

সুন্দৰ শোভাসম্পন্ন চন্দ্ৰতাপ লগোৱা সোণৰ উজ্জ্বল অবয়বসম্পন্ন, বৈদূৰ্য মণিৰ খুৰাৰে নিৰ্মিত খাটৰ ওপৰত ভগৱান বোধিসত্ত্ব শুই আছিল। তেওঁৰ প্ৰতি সন্মান প্ৰদৰ্শন কৰিবলৈ মুখ্য মুখ্য যক্ষসকলে সোণৰ পদুম হাতত লৈ তেওঁক বেৰি ধৰি সেৱা কৰি আছিল ॥ ৩৬ ॥

সেই মায়াদেৱীৰ পুত্ৰজনাৰ প্ৰভাৱতে আকাশত দেৱতা-সকলে মূৰ দোঁৱাই তেওঁৰ ওপৰত ধৱল ছত্ৰ ধাৰণ কৰিছিল



আৰু তেওঁৰ জ্ঞান (বোধি) লাভৰ অৰ্থে পৰম আশীৰ্বাদ মন্ত্ৰ জপ কৰি আছিল ॥ ৩৭ ॥

যিসকলে অতীত কালত হৈ যোৱা বুদ্ধসকলক সেৱা কৰাৰ অধিকাৰ (সুযোগ) লাভ কৰি ধন্য হৈছিল সেই মহা মহা নাগবিলাকে ধৰ্মৰ প্ৰতি বিশেষ আগ্ৰহবশতঃ ভক্তিত নতদৃষ্টি হৈ তেওঁক (বুদ্ধক) বিচনীৰে বা দি আছিল আৰু তেওঁৰ ওপৰত মন্দাৰ ফুল ছটিয়াই দিছিল ॥ ৩৮ ॥

তথাগতৰ (বুদ্ধৰ) আৱিৰ্ভাবৰ কাৰণে বিশুদ্ধ স্বভাৱ সম্পন্ন শুদ্ধাধিবাস নামৰ দেৱতাসকলে সন্তোষ লাভ কৰিছিল। যদিও সেই দেৱতাবিলাকৰ কোনো বিষয়ৰ প্ৰতি অনুৰাগ (আসক্তি) নাছিল তথাপি দুখত ডুবি থকা জগদ্‌বাসীৰ কল্যাণ হ'ব বুলি জানি আনন্দ পাইছিল ॥ ৩৯ ॥

সেই ভগৱান বোধিসত্ত্ব ওপজাৰ সময়ত গিৰিৰাজ হিমালয়-ৰূপ খুটিত সালি থোৱা সত্ত্বেও পৃথিৱীখন সেই খুটিৰে সৈতে বতাহৰ কোব খোৱা নাৱৰ দৰে আন্দোলিত হৈ কঁপি উঠিছিল, আকাশত মেঘ নোহোৱা হৈছিল অথচ সেই মেঘমুক্ত আকাশৰপৰা ভেঁট আৰু পদুম ফুলেৰে সৈতে চন্দন মিশ্ৰিত বৰষুণ পৰিছিল ॥ ৪০ ॥

তেতিয়া গা জুৰ পেলোৱা মনোৰম বতাহ বৈছিল আৰু সেই বতাহে দিব্য বস্ত্ৰবিলাক উৰুৱাই আনি পৃথিৱীত পেলাই দিছিল, সেই আগৰপৰা উঠি থকা সূৰ্যটো অধিক দীপ্তিমান হৈ প্ৰকাশ পাইছিল আৰু শান্ত সুন্দৰ শিখাৰে নিষ্কম্প হৈ অগ্নি জ্বলি উঠিছিল ॥ ৪১ ॥

বাসস্থানৰ পূব-উত্তৰ ফালে স্বচ্ছ নিৰ্মল পানীৰ কুঁৱা এটা আপোনা-আপুনি ফুটি ওলাল। তাকে দেখি অন্তঃপুৰ-বাসী লোকসকল অতি আচৰিত হ'ল আৰু জলত কৰিব

লগীয়া সকলো কৃত্য, তীৰ্থত কৰাৰ দৰে তাতেই সম্পাদন কৰিলে ॥ ৪২ ॥

তেওঁক দৰ্শন কৰিবৰ উদ্দেশ্যে দলে দলে অহা ধৰ্মাভিলাষী মহাপুৰুষসকলৰ দ্বাৰা সেই লুম্বিনী বন ভৰি পৰিছিল আৰু বনখনে অতি আগ্ৰহেৰে যেন গন্ধ-পুষ্পেৰে সুসজ্জিত গছবিলাকৰ দ্বাৰা তেওঁক ( বোধিসত্ত্বক ) পূজা কৰিছিল ॥ ৪৩ ॥

ফলৰ গছবিলাক প্ৰত্যেকে নিজৰ নিজৰ ফুলেৰে জাতিষ্কাৰ হৈ উঠিছিল, বতাহে তাৰ গন্ধ বিলাই দি বনৰ সকলো দিশ সুগন্ধি কৰি তুলিছিল, ভ্ৰমৰবধূবিলাকে গুণ গুণকৈ গীত গাই তাৰ চাৰিও পিনে ঘূৰি ফুৰিছিল, সেই ফুল গছবোৰৰ গুৰিৰ ( পানী দিয়া ) গাঁতবোৰ সাপবিলাকে ঢাকি পেলাইছিল ॥ ৪৪ ॥

মাজে মাজে ( কোনো কোনো ঠাইত ) চঞ্চল কুণ্ডলেৰে বিভূষিতা ৰমণীবিলাকৰ তূৰ্য ( নাগাৰা ) আৰু মৃদঙ্গৰ ( খোলৰ ) বাজনাৰ লগত গোৱা গীত আৰু বীণা, মুকুন্দা ( খঞ্জৰি ) আৰু মূৰজ ( ঢোল, ডবা আদি ) আদিৰ ( ধ্বনিৰ দ্বাৰা ) দুয়োপিনৰপৰা এই বন প্ৰতিধ্বনিত হৈ মনোৰম হৈ উঠিছিল ॥ ৪৫ ॥

তাত ক্ৰূৰ স্বভাৱৰ প্ৰাণীবিলাকেও সিহঁতৰ স্বাভাৱিক হিংসাভাব পৰিত্যাগ কৰি স্বজনেই হওক বা পৰজনেই হওক সকলোকে উৎপীড়ন কৰিবলৈ এৰি দিছিল আৰু সংসাৰত মানুহৰ সকলো প্ৰকাৰ ৰোগৰ অনায়াসে উপশম ঘটিছিল ॥ ৪৬ ॥

পশু-পক্ষীবিলাকে মধুৰ শব্দ কৰিছিল, নদীবিলাকৰ পানী শান্তভাৱে ববলৈ ধৰিছিল, দিশবিলাক প্ৰসন্ন ( মুকলি ) হৈ উঠিছিল আৰু মেঘমুক্ত নিৰ্মল আকাশত দুন্দুভিবিলাক ( ডবা ) বাজি উঠিছিল ॥ ৪৭ ॥



জগদ্‌বাসী লোকৰ মুক্তিৰ অৰ্থে গুৰুজনাৰ জন্ম হোৱাত অশান্ত জগতখন যেন নীতিপৰায়ণ ৰজাক পাইহে শান্ত হৈ পৰিছিল ; অকল কামদেৱেহে আনন্দ লাভ কৰিব পৰা নাছিল ॥ ৪৮ ॥

ল'ৰাটি অলৌকিক আৰু অদ্ভুতভাৱে ওপজা দেখি ধৈৰ্য-শীল ৰজাও বৰ উদ্বিগ্ন হৈ পৰিছিল আৰু স্নেহবশতঃ ভয় আৰু আনন্দ এই দুয়োটা কাৰণত নৃপতিজনাৰ দুই চকুৰপৰা দুধাৰ চকুলো ওলাইছিল ॥ ৪৯ ॥

ল'ৰাটিৰ অতিমানৱীয় শক্তি দেখি স্বভাৱতে করুণার্দ্র হৃদয়া মাতৃদেৱী মহাৰাণী মায়া শীতোষ্ণ জলপ্ৰবাহৰ দৰে আনন্দিতা আৰু ভীতা হৈছিল ॥ ৫০ ॥

অতি বৃদ্ধা মহিলাসকলে ( সন্তানটিৰ এই অস্বাভাৱিক জন্মত ) ভয়ৰ কাৰণ দেখিয়ে মন স্থিৰ কৰিব নোৱাৰাত পৰিল, তেওঁবিলাকে পৱিত্ৰ হৈ শান্তি কৰ্মৰ অনুষ্ঠান কৰিলে আৰু দেৱতাসকলৰ ওচৰত শিশুটিৰ মঙ্গল প্ৰাৰ্থনা কৰিলে ॥ ৫১ ॥

শাস্ত্ৰজ্ঞানত, চৰিত্ৰত আৰু বাক্যত খ্যাতিসম্পন্ন ব্ৰাহ্মণ-সকলে এই ঘটনাৰ লক্ষণবিলাক শুনি আৰু এইবিষয়ে ভালকৈ বিচাৰ-বিমৰ্শ কৰি আশ্চৰ্যান্বিত হৈ প্ৰফুল্ল আৰু উজ্জ্বল মুখেৰে গৈ ভীত অথচ প্ৰসন্ন হৈ থকা ৰজাৰ ওচৰত উপস্থিত হৈ ক'ব ধৰিলে : ॥ ৫২ ॥

"ৰাজন্, সংসাৰত শান্তিলাভ কৰিবলৈ যিবিলাক ইচ্ছুক প্ৰাণী আছে সেইবিলাকে ( শান্তিৰ অৰ্থে ) পুত্ৰৰ বাহিৰে আন কোনো বিশেষ গুণ ইচ্ছা নকৰে। এই পুত্ৰ আপোনাৰ

কুলৰ প্ৰদীপস্বৰূপ ; গতিকে আজি আপুনি নৃত্য-গীতেৰে উৎসৱৰ অনুষ্ঠান কৰক ॥ ৫৩ ॥

"চিন্তা পৰিহাৰ কৰক আৰু শান্তচিত্ত হৈ আনন্দ কৰক, আপোনাৰ বংশৰ উন্নতি হ'ব। সংসাৰত দুখপীড়িত মানৱৰ ত্ৰাণকৰ্তা আৰু বিশ্বজগতৰ নেতা আপোনাৰ এই পুত্ৰৰূপে উপজিছে ॥ ৫৪ ॥

"প্ৰদীপৰ দৰে প্ৰভাসম্পন্ন, সোণৰ দৰে উজ্জ্বল কান্তিমান এই পুত্ৰটি যিবিলাক সুলক্ষণযুক্ত হৈ উপজিছে তাৰ দ্বাৰা বুজা যায় সময়ত গৈ এওঁ সমস্ত সদ্ গুণৰ আধাৰ আৰু পৰম জ্ঞানসম্পন্ন ঋষি হৈ উঠিব নাইবা সৰ্বশ্ৰেষ্ঠ ৰাজ্যশ্ৰী লাভ কৰিব ॥ ৫৫ ॥

"যদি এওঁ পৃথিৱীৰ ৰাজ্যশ্ৰী পাবলৈ ইচ্ছা কৰে তেন্তে ন্যায়ৰ (ৰাজনীতিৰ) দ্বাৰা সমগ্ৰ পৃথিৱী জয় কৰি ল'ব আৰু সমগ্ৰ গ্ৰহৰ ওপৰত সূৰ্যৰ প্ৰকাশ বিৰাজ কৰাৰ দৰে এওঁৰ প্ৰভাৱো সকলো ৰজাৰ ওপৰত বিস্তাৰিত হ'ব ॥ ৫৬ ॥

"নাইবা, যদি এওঁ মোক্ষলাভৰ অৰ্থে বনলৈকে যায় তেন্তে তত্ত্বজ্ঞানৰ দ্বাৰা সকলো মত জয় কৰি লৈ পৃথিৱীত বহুত সন্মান লাভ কৰিব আৰু পৰ্বতৰ মাজত সুমেৰু পৰ্বতৰ দৰে প্ৰতিষ্ঠিত হৈ থাকিব ॥ ৫৭ ॥

"ধাতুৰ ভিতৰত বিশুদ্ধ সোণ যেনে, পৰ্বতৰ ভিতৰত সুমেৰু যেনে, জলাশয়ৰ ভিতৰত সমুদ্ৰ যেনে, তৰাৰ ভিতৰত চন্দ্ৰ যেনে, আৰু তাপশালীবিলাকৰ ভিতৰত সূৰ্য যেনে, তেনেদৰে আপোনাৰ এই পুত্ৰও সমগ্ৰ মানৱৰ ভিতৰত শ্ৰেষ্ঠ ॥ ৫৮ ॥

"এই বালকৰ চকুযুৰি নিমেষহীন, বিশাল, স্নিগ্ধ, দীপ্ত, নিৰ্মল আৰু এনেকুৱা নিশ্চল, ক'লা, আয়ত (দীঘল) আৰু



বিশুদ্ধ পিৰথিযুক্ত যে যিকোনো পদাৰ্থই তাৰ দৃষ্টিগোচৰ নোহোৱাকৈ নেথাকে" ॥ ৫৯ ॥

"ল'ৰাটিৰ যিবিলাক শ্ৰেষ্ঠ গুণ থকা বুলি আপোনালোকে কৈছে সেই গুণবিলাক পূৰ্বৱৰ্তী মুনি আৰু ৰজাসকলে পোৱা নাছিল কিয় ?"—এইবুলি ৰজাই সোধাত ব্ৰাহ্মণসকলে তেওঁক ক'লে, ॥ ৬০ ॥

"বিখ্যাত কৰ্ম, যশস্যা আৰু বুদ্ধি (জ্ঞান) আগেয়ে ক'তো নহ'লেও পিচত হ'ব পাৰে, কিয়নো সকলো প্ৰকাৰৰ গুণ কাৰণৰপৰাহে উৎপন্ন হয়। এই বিষয়ে আমি উদাহৰণ দি বুজাই দিওঁ শুনক— ॥ ৬১ ॥

"সেই বংশৰ প্ৰতিষ্ঠাতা ঋষি ভৃগু আৰু অঙ্গিৰাই যি ৰাজনীতিশাস্ত্ৰ প্ৰণয়ন কৰিব পৰা নাছিল সেই ৰাজনীতিশাস্ত্ৰ যথাসময়ত (সময়ত) সেই ঋষি দুজনাৰে পুত্ৰ শুক্ৰ আৰু বৃহস্পতিয়ে ৰচনা কৰিছিল ॥ ৬২ ॥

"আগেয়ে বেদ নষ্ট হৈ গৈছিল আৰু পূৰ্বৱৰ্তী আন কোনেও তাক জনা নাছিল, পিচত সেই নষ্ট হৈ যোৱা বেদ সাৰস্বত মুনিয়ে প্ৰকাশ কৰিছিল আৰু সেই বেদক ব্যাসদেৱে কেবাভাগত বিভক্ত কৰিছিল। কিন্তু এই কাম তেওঁৰ প্ৰপিতামহ বশিষ্ঠই বা তেওঁৰ পিতামহৰ শক্তিয়েও কৰিব পৰা নাছিল॥ ৬৩॥

"বাল্মীকিয়ে আদিতে পদ্যগ্ৰন্থ (ৰামায়ণ) ৰ সৃষ্টি কৰিছিল যি গ্ৰন্থ তেওঁৰ পিতাক মহৰ্ষি চ্যৱনে কৰিব পৰা নাছিল ; সেইদৰে চিকিৎসা শাস্ত্ৰ অত্ৰি ঋষিয়ে কৰিব পৰা নাছিল। তাকেই পিচত তেওঁৰ পুত্ৰ আত্ৰেয় ঋষিয়ে প্ৰণয়ন কৰি প্ৰকাশ কৰিছিল ॥ ৬৪ ॥

"হে মহাৰাজ, যি ব্ৰাহ্মণত্ব কুশিকে লাভ কৰিব পৰা নাছিল, সেই ব্ৰাহ্মণত্ব লাভৰ উপায় আৱিষ্কাৰ কৰিলে তেওঁৰ

পুত্ৰই ( বিশ্বামিত্ৰই, ) আৰু সগৰ ৰজাইহে সমুদ্ৰৰ সীমা ( পাৰ ) স্থিৰ কৰি দিব পাৰিছিল ; আগেয়ে ( সগৰৰ পূৰ্বপুৰুষ ) ইক্ষ্বাকু বংশীয় ৰজাসকলে সেই সীমা বান্ধি দিব পৰা নাছিল ॥ ৬৫ ॥

"যোগশাস্ত্ৰত দ্বিজাতিৰ আচাৰ্য পদ ( গুৰু হোৱাৰ অধিকাৰ ) আন কোনো ক্ষত্ৰিয়ই লাভ কৰা নাছিল যদিও ৰজা জনকে সেই আচাৰ্য পদ লাভ কৰিছিল। শূৰ বংশত উৎপন্ন শ্ৰীকৃষ্ণই যিবিলাক কৰ্ম কৰিছিল বুলি জনাজাত হৈ আছে শূৰকে আদি কৰি তেওঁৰ উপৰিপুৰুষসকলে সেইবিলাক কৰ্ম কৰিবলৈ সক্ষম হোৱা নাছিল। ॥ ৬৬ ॥

"এই কাৰণে অৱস্থা নাইবা কাল কোনো কাৰ্যৰ প্ৰমাণ নহয় ( অৰ্থাৎ অৱস্থা বা কালৰ দ্বাৰা কোনো কাৰ্য সম্ভৱ বা অসম্ভৱ বুলি নিৰ্ণয় কৰিব নোৱাৰি )। এই লোকত কোনোবাই কেতিয়াবা ( কোনো সময়ত বা কোনো অৱস্থাত ) শ্ৰেষ্ঠত্ব লাভ কৰে। ৰজা আৰু ঋষিসকলে পূৰ্বপুৰুষসকলে যিবিলাক কাম সম্পাদন কৰি যাব পৰা নাই তেনেকুৱা বহুত জনহিতকৰ কাম তেওঁবিলাকৰ পুত্ৰবিলাকে কৰি গৈছে" ॥ ৬৭ ॥

সেই বিশ্বাসভাজন ব্ৰাহ্মণসকলে এইদৰে আশ্বাস দিয়াত আৰু অভিনন্দিত কৰাত ৰজাই মনৰপৰা সকলো অনিষ্টৰ আশঙ্কা পৰিত্যাগ কৰিলে আৰু আগতকৈয়ো অধিক আনন্দ লাভ কৰিলে ॥ ৬৮ ॥

তেতিয়া ৰজাই প্ৰীতিলাভ কৰি ব্ৰাহ্মণসকলে কোৱামতে যাতে নৱজাত শিশুটিয়ে ভৱিষ্যতে ৰজা হয় আৰু বুঢ়া হ'লে পৱিত্ৰ বনলৈ যায়গৈ এই প্ৰাৰ্থনাৰে সেই উত্তম ব্ৰাহ্মণসকলক সেৱা-সৎকাৰ কৰি বিবিধ ধন দান কৰিলে ॥ ৬৯ ॥



তাৰ পিচত মহৰ্ষি অসিতে লক্ষণ দেখি আৰু তপোবলৰ দ্বাৰা জন্মৰ অন্তকাৰী বুদ্ধৰ আৱিৰ্ভাবৰ কথা জানিব পাৰি সদ্ধৰ্মৰ প্ৰতি আগ্ৰহবশতঃ শাক্যাধিপতিৰ ঘৰত উপস্থিত হ'লহি ॥ ৭০ ॥

ব্ৰহ্মজ্ঞ ৰাজগুৰুৱে ব্ৰহ্মতেজ আৰু তপস্যা তেজৰ দ্বাৰা দেদীপ্যমান সেই ব্ৰহ্মজ্ঞানীজনাক মান-সৎকাৰ কৰি ৰাজ-ভৱনত প্ৰবেশ কৰালে ॥ ৭১ ॥

ৰাজকুমাৰৰ জন্মোৎসৱৰ আমোদ-প্ৰমোদ চলি থকা অৱস্থাতে তেওঁ ( অসিত ঋষি ) অধিক তপস্যা-কৰ্ম আৰু বাৰ্ধক্যৰ হেতু ( শাৰীৰিক বলৰহিত হলেও ) বলৰ জ্ঞানৰ দ্বাৰাই সবল হৈ ধীৰে ধীৰে গৈ ৰাজঅন্তেষপুৰত প্ৰৱেশ কৰিলে ॥ ৭২ ॥

তেতিয়া ৰজাই সেই মুনিজনাক আসনত বহুৱাই পুৰণি কালত ৰজা ৰন্তিদেৱে বশিষ্ঠ ঋষিক যিদৰে পাদ্য-অৰ্ঘ্য দান-পূৰ্বক বিহিত উপচাৰেৰে পূজা আৰু আদৰ-অভ্যৰ্থনা কৰি কৈছিল সেইদৰে তেওঁক পূজা আৰু আদৰ-অভ্যৰ্থনা কৰি ক'লে : ॥ ৭৩ ॥

"ঋষিপ্ৰবৰ! আপুনি যে মোক দেখা কৰাৰ ইচ্ছাৰে ইয়ালৈ আহিছে তাৰ কাৰণে মই ধন্য হ'লোঁ, মোৰ এই বংশটোৰ প্ৰতি আপুনি অনুগ্ৰহ কৰক। শান্তমূৰ্তিদেৱ, কি কৰিব লাগে মোক আদেশ কৰক, মই আপোনাৰ শিষ্য, গতিকে মোক বিশ্বাস কৰিব পাৰে" ॥ ৭৪ ॥

এনেকৈ ৰজাই সকলো প্ৰকাৰ আন্তৰিক ভক্তিভাবেৰে মুনিক যথাবিধি আদৰ-অভ্যৰ্থনা কৰি ক'লত তেওঁৰ চকু বিস্ময়ত বিশাল আৰু উৎফুল্ল হৈ উঠিল আৰু তেওঁ ৰজাৰ পিনে চাই ধীৰ-গম্ভীৰভাৱে এইদৰে ক'লে : ॥ ৭৫ ॥

"মোৰ প্ৰতি আপোনাৰ যি স্নেহভাব হৈছে এইটো আপোনাৰ লেখিয়া অতিথিপ্ৰিয়, ত্যাগশীল, ধৰ্মপৰায়ণ মহাত্মা লোকৰ পক্ষে স্বাভাৱিক কথা, এনে ভাব আপোনাৰ স্বভাৱ, বংশ, জ্ঞান আৰু অৱস্থাৰ ( বয়সৰ ) অনুৰূপ ॥ ৭৬ ॥

"এয়ে সেই ব্যৱস্থা যাৰ কাৰণে প্ৰসিদ্ধ ৰাজৰ্ষিসকলে দুৰ্জ্জেয় ধৰ্ম্মৰ দ্বাৰা ধন উপাৰ্জন কৰি সৰ্বদাই সেই ধন বিধিমতে দান কৰি দিছিল আৰু তপস্যাত আঢ্যৱন্ত হৈ বিভৱত দৰিদ্ৰ হৈ পৰিছিল ॥ ৭৭ ॥

"যি প্ৰয়োজনত মই আপোনাৰ ওচৰলৈ আহিছোঁ কওঁ শুনক আৰু শুনি প্ৰীতিলাভ কৰক। মই আকাশ মাৰ্গত দিব্যবাণী শুনিলোঁ যে বুদ্ধত্ব লাভৰ অৰ্থে আপোনাৰ হেনো এটি পুত্ৰ উপজিছে ॥ ৭৮ ॥

"সেই দিব্যবাণী শুনি আৰু মনোযোগেৰে ধ্যান কৰি চাই নিমিত্তৰ দ্বাৰাও সেই কথা সঁচা বুলি জানি ইন্দ্ৰধ্বজৰ তুল্য উচ্চ ( চৰিত্ৰসম্পন্ন ) শাক্যকুলৰ ধ্বজস্বৰূপ সেই কুমাৰক চোৱাৰ ইচ্ছাত ইয়ালৈ আহিলোঁ" ॥ ৭৯ ॥

ঋষিৰ বচন শুনি ৰজাৰ মন আনন্দৰ আবেগত উগুল-থুগুল হৈ পৰিল আৰু ধাত্ৰীৰ কোলাত থকা কুমাৰক লৈ আহি সেই তপোধন ঋষিজনাক ভালকৈ দেখুৱালে ॥ ৮০ ॥

মহৰ্ষিজনাই ৰাজকুমাৰক চালে আৰু দেখি আচৰিত হ'ল যে তেওঁৰ ভৰি দুখন চক্ৰচিহ্নাঙ্কিত, আঙুলি আৰু হাত-ভৰি ৰেখাজালেৰে গুঠি থোৱা, ভ্ৰূযুগল দীঘল কেকোঁৰা ৰোমৰাজিৰে বিৰাজিত আৰু অণ্ডকোষ হাতীৰ অণ্ডকোষৰ দৰে অতি সৰু ॥ ৮১ ॥



পাৰ্বতীদেৱীৰ কোলাত শুই থকা অগ্নিপুত্ৰ কাৰ্ত্তিকৰদৰে ধাত্ৰীৰ কোলাত শুই থকা এই ল'ৰাটিক দেখি ঋষিজনাৰ চকুৰ পিৰথিৰ তল চকুলোৰে চলচলীয়া হ'ল আৰু তেওঁ দীঘল হুমুনিয়াহ ( নিশ্বাস ) পেলাই সৰগৰ ( ওপৰৰ ) পিনে মুখ কৰি ৰ'ল ॥ ৮২ ॥

অসিত ঋষিৰ চকু লোটকেৰে ভাহি যোৱা দেখি পুত্ৰস্নেহৰ কাৰণে ৰজা বিচলিত হৈ পৰিল আৰু হাতযোৰ কৰি, মূৰ দোঁৱাই, বাষ্পাকুল কণ্ঠৰ ভঙা ভঙা মাতেৰে তেওঁ সুধিলে, ॥ ৮৩ ॥

"হে ধৈৰ্যশীল, যাৰ দেহটো দেৱতাৰ দেহতকৈ অলপহে বেলেগ, যাৰ জন্ম উজ্জ্বল আৰু বহু আচৰিত ধৰণৰ আৰু যাৰ ভৱিষ্যত কাৰ্য অতি উত্তম হ'ব বুলি আপুনি ক'লে তাক দেখি আপোনাৰ চকুপানী ওলোৱাৰ কাৰণ কি ? ॥ ৮৪ ॥

"হে ভগৱান, এই বালক দীৰ্ঘায়ু হ'বনে? ই মোক শোক দিবৰ কাৰণে ওপজা নাইতো ? কোনোমতে মই এই জলাঞ্জলি লাভ কৰিছোঁ ; সেই জলাঞ্জলি পান কৰিবলৈ কাল ওচৰ চাপি অহা নাইতো ? ( অৰ্থাৎ অতি কষ্টে মই ভৱিষ্যত জলপিণ্ড লাভৰ কাৰণ স্বৰূপ এই পুত্ৰ লাভ কৰিছোঁ তাৰপৰা মোক বঞ্চিত কৰিবলৈ কালে আগবাঢ়ি অহা নাইতো ? ) ॥ ৮৫ ॥

"মোৰ যশস্যাৰ ভাণ্ডাৰ অক্ষয় হ'বতো ? মোৰ কুলত বংশানুক্ৰমে হস্তগত হৈ থকা সম্পদৰাজি ( আন-কুলৰ হাতত নপৰাকৈ ) স্থিৰভাৱে থাকিব জানো ? মই সুখেৰে পৰলোকলৈ যাত্ৰা কৰিব পাৰিমনে ? ল'ৰাটি শুই থাকিলেও মই এটা চকু নিমিষ নমৰাকৈ তাৰ ওপৰত ৰাখোঁ ॥ ৮৬ ॥

"মোৰ বংশলতাৰ এই নতুনকৈ ওলোৱা থুৰিটো নুফুলাকৈ (ফুল নধৰা অৱস্থাতে) শুকাই নাযায়তো? প্ৰভু, সোনকালে কওক, মোৰ শান্তি নোহোৱা হৈছে, পুত্ৰৰ প্ৰতি পিতা-মাতাৰ স্নেহ কেনেকুৱা তাক আপুনি জানে" ॥ ৮৭ ॥

পুত্ৰৰ অনিষ্টৰ আশঙ্কাতে ৰজা এনেকুৱা আবেগাকুল হোৱা বুলি বুজিব পাৰি মুনিয়ে তেওঁক ক'লে, "হে নৃপতি, আপুনি কোনো বেলেগ ভাব মনলৈ নানিব। মই যি কৈছোঁ (সেই কথা যে সত্য) তাত কোনো সংশয় নাই ॥ ৮৮ ॥

"কুমাৰৰ কিবা অনিষ্ট হ'ব বুলি মোৰ এই বিকৃতি (পৰিৱৰ্তন) হোৱা নাই, মই যে নিজে বঞ্চিত হলোঁ, সেই কাৰণেহে মই বিকল হৈ পৰিছোঁ। মোৰ যাবৰ সময় (মৰণ কাল) উপস্থিত হৈছেহি। এতিয়াহে দুৰ্লভ জন্মক্ষয়ৰ (মুক্তিৰ) উপায়জ্ঞ এই মহাজ্ঞানী জনাৰ আৱিৰ্ভাব ঘটিল (এওঁলোকৰ উপদেশ লাভৰ সুযোগ মোৰ ভাগ্যত নঘটিল) ॥ ৮৯ ॥

"এই বালকে বিষয়ত বিৰক্ত (বিষয়ৰ প্ৰতি আস্থাহীন) হৈ ৰাজ্য পৰিত্যাগ কৰিব আৰু কঠোৰ অধ্যৱসায়ৰ দ্বাৰা তত্ত্বজ্ঞান লাভ কৰি জগতত মোহ-অন্ধকাৰ নাশৰ অৰ্থে জ্ঞানময় সূৰ্যৰূপে জ্বলি থাকিব ॥ ৯০ ॥

"এওঁ ৰোগ-ব্যাধিৰূপ ফেনেৰে পৰিব্যাপ্ত, জৰা (বাৰ্ধক্য) ৰূপ তৰঙ্গযুক্ত, মৰণৰূপ তীব্ৰ বেগশালী দুখ সমুদ্ৰৰপৰা বৈ অহা জগতখন জ্ঞানৰূপ বিশাল নাৱৰ দ্বাৰা উদ্ধাৰ কৰিব ॥ ৯১ ॥

"এই কুমাৰে ধৰ্মৰূপ নদী প্ৰবাহিত কৰিব; প্ৰজ্ঞা (জ্ঞান) হ'ব তাৰ জলপ্ৰবাহ স্বৰূপ, অবিচলিত শীল হ'ব তাৰ পাৰ, সমাধি হ'ব তাৰ শীতলতা (ঠাণ্ডা) গুণস্বৰূপ, ব্ৰত হ'ব তাৰ চকোৱা পক্ষীস্বৰূপ। তৃষ্ণাতুৰ জীৱলোকে সেই নদীৰ জল পান কৰিবলৈ পাব ॥ ৯২ ॥



"পথভ্ৰষ্ট পথিকক বাট দেখুৱাই দিয়াৰ দৰে এওঁ বিষয়ৰূপ অন্ধকাৰে আৱৰি সংসাৰৰূপ অৰণ্য-পথৰ দুখ প্ৰপীড়িত পথিকসকলক মুক্তিপথৰ সন্ধান দিব ॥ ৯৩ ॥

"বৰ্ষাকালত প্ৰকাণ্ড মেঘখণ্ডই গৰমত আকুল হৈ পৰা মানুহক বৰষুণেৰে আনন্দ দান কৰাৰ দৰে এই বালকে সংসাৰত বিষয়ৰূপ খৰিৰে জ্বলি থকা আসক্তিস্বৰূপ অগ্নিত দগ্ধ হৈ থকা জন সমাজক ধৰ্ম বৃষ্টিৰ দ্বাৰা আনন্দ দান কৰিব ॥ ৯৪ ॥

"এই বালকে প্ৰাণীসমূহৰ মুক্তিপথৰ (প্ৰতিবন্ধক স্বৰূপে) থকা তৃষ্ণাৰূপ হেঙাৰযুক্ত মোহান্ধকাৰৰূপ দুৱাৰ সদ্ধৰ্মৰ উত্তম আৰু দুৰ্জয় আঘাতেৰে ভাঙি পেলাব ॥ ৯৫ ॥

"এওঁ ধৰ্মৰ ৰজা হ'ব আৰু বুদ্ধত্ব লাভ কৰি নিজৰ নিজৰ অজ্ঞানৰূপ জালত (মোহপাশাত) মেৰখাই থকা দুখাভিভূত নিৰাশ্ৰয় জগদ্‌বাসীৰ সংসাৰ বন্ধন মোচন কৰিব। ৯৬ ॥

"গতিকে আপুনি এওঁৰ কাৰণে একো শোক নকৰিব। হে শান্তস্বভাৱ নৃপতি, মানৱলোকত যি মানুহে মোহবশতঃ নাইবা বিষয়সুখৰ লালসাত অথবা মদগৰ্বত (মত্ততাৰ কাৰণে) এওঁৰ প্ৰৱৰ্তিত নাইবা নৈষ্ঠিক ধৰ্ম নুশুনিব সেই মানুহৰ কাৰণেহে শোক কৰিব লাগে ॥ ৯৭ ॥

"সেই গুণৰপৰা (ধৰ্মলাভৰ সুবিধাৰপৰা) মইহে ভ্ৰষ্ট (বঞ্চিত) হব লগাত পৰিলোঁ, ধ্যানযোগ লাভ কৰিও মই কৃতকাৰ্য হব নোৱাৰিলোঁ। কাৰণ, তেওঁৰ ধৰ্মোপদেশ শুনিবলৈ নোপোৱা কাৰণে মই স্বৰ্গবাসকো বিপদ বুলিহে ভাবোঁ" ॥ ৯৮ ॥

ৰাজাধিৰাজ শুদ্ধোদনে সুহৃদ আৰু ভাৰ্যাসকলেৰে সৈতে (অসিত মুনিৰ) এই কথা শুনি বিষাদ পৰিত্যাগ কৰি আনন্দিত হ'ল আৰু 'মোৰ এই পুত্ৰ এনেকুৱা হ'ব' এই বুলি ৰজাই নিজকে ভাগ্যবান বুলি ভাবিলে ॥ ৯৯ ॥

'মোৰ এই পুত্ৰই আৰ্য ঋষিসকলৰ পথেৰেহে যাবগৈ (ৰাজত্ব নকৰিব)' এই চিন্তাই ৰজাৰ অন্তৰ আকুল কৰিলে। তেওঁযে ধৰ্মৰ প্ৰতি অনুৰাগী নাছিল এনে নহয়; কিন্তু তেওঁ সন্ততি বিচ্ছেদৰ ভয় দেখিবলৈ পাইছিল ॥ ১০০ ॥

পুত্ৰৰ বিষয়ে চিন্তাত ব্যাকুল হৈ পৰা ৰজাক পুত্ৰৰ অৱশ্যম্ভাৱী ভবিষ্যতৰ সত্য কথাখিনি কৈ তেতিয়া অসিত মুনি সকলো লোকে সসম্মানে তেওঁৰ পিনে চাই থাকোতে থাকোতেই বায়ুপথেৰে যেনেকৈ আহিছিল তেনেকৈ গুচি গ'ল ॥ ১০১ ॥

সেই সাধুজনাই (অসিত মুনিয়ে) যাওঁতে মনত পেলাই নিজৰ সৰু ভনীয়েকৰ পুতেক (ভাগিনিয়েকক) দেখা কৰিলে আৰু তেওঁৰ প্ৰতি অধিক দয়াবশতঃ তেওঁক বুদ্ধৰ উপদেশ শুনিবলৈ আৰু তেওঁৰ মত অনুসৰি চলিবলৈ নিজৰ পুত্ৰক আদেশ কৰাৰ নিচিনাকৈ আদেশ কৰিলে ॥ ১০২ ॥

পুত্ৰবৎসল ৰজায়ো পুত্ৰ ওপজাৰ কাৰণে পৰম আনন্দিত হৈ বিষয়ৰূপে জ্ঞাত সকলো বান্ধ সোলোকাই পেলালে (অৰ্থাৎ বিষয়াসক্তি এৰিলে) আৰু বিধিমতে তথা কুলোচিতভাৱে পুত্ৰৰ জাতকৰ্ম সংস্কাৰ কৰালে ॥ ১০৩ ॥

এইদৰে দহদিন পূৰ্ণ হৈ গ'লত চিত্ত সংযত কৰি ৰজাই পুত্ৰৰ পৰম কল্যাণৰ অৰ্থে পৰম প্ৰীতিৰে জপ,



হোম মাঙ্গলিক কৰ্ম (স্বস্ত্যয়ন) আদি দেৱযজ্ঞৰ অনুষ্ঠান কৰিলে ॥ ১০৪ ॥

আকৌ সুস্থ সবল দামুৰিৰে সৈতে কম বয়সৰ, সোণেৰে শিং বন্ধোৱা একলাখ খীৰতি গাই পুত্ৰৰ সমৃদ্ধিৰ অৰ্থে নিজ হাতেৰে ব্ৰাহ্মণবিলাকক দান কৰি দিলে ॥ ১০৫ ॥

তাৰ পিচত সংযতচিত্ত ৰজাই যাতে নিজৰ মনত সন্তোষ পায় তেনেকুৱা আৰু নানা প্ৰকাৰ শান্তি-কৰ্মৰ অনুষ্ঠান কৰি হৰ্ষান্বিত হৈ শাস্ত্ৰোক্ত গুণযুক্ত দিনৰ শুভ-মুহূৰ্তত গৈ নগৰত প্ৰবেশ কৰিবলৈ মন কৰিলে ॥ ১০৬ ॥

তেতিয়া পুত্ৰটি কোলাত লৈ মহাৰাণীয়ে মঙ্গলৰ অৰ্থে দেৱতাসকলক প্ৰণিপাত জনাই উজ্জ্বল বগা ফুলেৰে সুসজ্জিত মণিময় প্ৰদীপৰ দ্বাৰা প্ৰকাশিত হাতীদাঁতৰ মহা মূল্যবান দোলাত উঠিলেগৈ ॥ ১০৭ ॥

বুঢ়া লোকসকলে আগত লৈ যোৱা পত্নীক পুত্ৰেৰে সৈতে আগেয়ে নগৰত প্ৰৱেশ কৰিবলৈ দি পিচত দেৱৰাজ ইন্দ্ৰই দেৱতাসমূহৰ দ্বাৰা পূজিত হৈ স্বৰ্গলোকত প্ৰৱেশ কৰাৰ দৰে ৰজাই পুৰবাসীবিলাকৰ দ্বাৰা পূজিত হৈ নগৰত প্ৰৱেশ কৰিলে ॥ ১০৮ ॥

তাৰ পিচত কাৰ্তিকেয়ৰ জন্মৰ দ্বাৰা মহাদেৱ আনন্দোৎফুল্ল হৈ উঠাৰ দৰে ৰাজভৱনত সোমাই শাক্যৰাজ আনন্দোৎফুল্ল হৈ উঠিল আৰু হৰ্ষভৰা মুখেৰে "ইটো কৰিব লাগে" বুলি কৈ পুত্ৰৰ পুষ্টি সম্পাদক তথা যশস্যাকাৰক বহুপ্ৰকাৰ কৰ্ম কৰালে ॥ ১০৯ ।

এইদৰে ৰাজপুত্ৰৰ জন্মৰূপ সম্পদৰ দ্বাৰা জনপদ-বিলাকেৰে সৈতে 'কপিলবাস্তু' নামৰ নগৰখন নলকুবৰৰ

জন্মৰ সময়ত কুবেৰৰ নগৰখন যেনেকুৱা অপ্সৰাবিলাকেৰে পৰিপূৰ্ণ আৰু হৰ্ষান্বিত হৈ উঠিছিল তেনেকুৱা হৈ উঠিল ॥ ১১০ ॥

শ্ৰীমহামণ্ডলেশ্বৰৰ মন্ত্ৰী অশ্বঘোষ ৰচিত 'বুদ্ধচৰিত মহা-কাব্যৰ 'ভগৱান বুদ্ধৰ জন্ম' নামেৰে প্ৰথম সৰ্গ ইমানতে সম্পূৰ্ণ হ'ল ॥

# দ্বিতীয় সৰ্গ
## অন্তঃপুৰ বিহাৰ

জন্ম আৰু জৰাৰ (বাৰ্ধক্যৰ) অন্তকাৰী, সেই জিতেন্দ্ৰিয় পুত্ৰ ওপজা সময়ৰপৰাই সেই ৰজা শুদ্ধোদন দিনক দিনে ধন-সম্পদ, হাতী ঘোৰা আৰু মিত্ৰবিলাকেৰে পানীৰ সোঁতৰ দ্বাৰা নদী বঢ়াৰ দৰে বাঢ়িব ধৰিলে ॥ ১ ॥

তেতিয়া তেওঁ ধন, ৰত্ন আৰু বহুপ্ৰকাৰৰ নিৰ্মিত তথা অনিৰ্মিত স্বৰ্ণ সম্পদ ইমান লাভ কৰিছিল যে সেইবিলাক তেওঁৰ কামনাৰ পক্ষেও বৰ বেছি ভাৰস্বৰূপহে হৈ পৰিল, অৰ্থাৎ তেওঁ যিমান পাবলৈ ইচ্ছা কৰিছিল তাতকৈ বহুত বেছি পাইছিল ॥ ২ ॥

এই জগতত যি হাতীক পথকল্প নামৰ দিগ্‌গজৰ তুল্য গজৰাজৰ দ্বাৰাও (বশ কৰি) হাতীৰ জুমলৈ আনিব (পাল লগাব) নোৱাৰি তেনেকুৱা হিমালয় পৰ্বতত জন্ম হোৱা উৎকট মদযুক্ত হাতীবিলাকে বিনা যত্নে আহি তেওঁৰ ওচৰত উপস্থিত হৈছিল ॥ ৩ ॥

সৈন্যবলৰ দ্বাৰা, মিত্ৰতাৰ খাতিৰত আৰু ধনৰ বিনিময়ত পোৱা নানা প্ৰকাৰ শুভ লক্ষণযুক্ত, নতুন সোণৰ অলঙ্কাৰেৰে বিভূষিত, দীঘল দীঘল কেশৰ ওলমি থকা ঘোঁৰাবিলাকৰ দ্বাৰা এই ৰজাৰ নগৰ দলদোপ্ হেন্দোলদোপ্ হৈ উঠিল ॥ ৪ ॥

এই ৰাজ্যত হৃষ্ট-পুষ্ট, শান্ত আৰু প্ৰসন্ন (উগ্ৰতাহীন) আৰু গুণযুক্ত প্ৰচুৰ গাখীৰ দিয়া গাইৰ সংখ্যা বাঢ়িল; দামুৰিবোৰ ডাঙৰ-দীঘল হ'ল ॥ ৫ ॥

এই ৰজাৰ ( আগৰপৰা থকা ) শত্ৰু ৰজাবিলাক তেতিয়া উদাসীন হৈ পৰিল, উদাসীন ৰজাবিলাক মিত্ৰ হৈ উঠিল আৰু মিত্ৰ ৰজাবিলাকৰ মিত্ৰতা বিশেষভাৱে দৃঢ় হৈ উঠিল, গতিকে এওঁৰ মধ্যস্থ আৰু মিত্ৰ —এই দুটা পক্ষহে থাকিল ; আন পক্ষটো অৰ্থাৎ শত্ৰু পক্ষ নোহোৱা হ'ল ॥ ৬ ॥

তেতিয়া এই ৰাজ্যত বতাহ লাহে লাহে ববলৈ ধৰিলে, মেঘৰ শব্দ কমি গ'ল, দেৱতাই বিজুলীৰ কুণ্ডলেৰে অলঙ্কৃত হৈ শিলাবৃষ্টি আৰু বজ্ৰপাতৰ দোষ নোহোৱাকৈ দেশ-কাল অনুসৰি ( ঠিক সময়মতে আৰু স্থানৰ প্ৰয়োজন অনুসৰি ) বৰষুণ দিব ধৰিলে ॥ ৭ ॥

তেতিয়া হালচাহৰ পৰিশ্ৰম নকৰাকৈয়ে বিবিধ শস্যই ঋতু অনুসৰি ঠিক সময়ত ফল ধৰা হ'ল আৰু যি কোনো শস্যই আগতকৈ অধিক ৰসযুক্ত আৰু পুষ্টিকৰ হ'বলৈ ধৰিলে ॥ ৮ ॥

যুদ্ধৰ সংশয়ৰ দৰে শৰীৰৰ কাৰণে সংশয়জনক প্ৰসৱৰ সময়তো তিৰোতাবিলাকে স্বস্থভাৱে থাকি যথাসময়ত কোনো ৰোগ পীড়া নোহোৱাকৈ সুখেৰে সন্তান প্ৰসৱ কৰিছিল ॥ ৯ ॥

সেই সময়ত ব্ৰতীৰ ( যতী বা ভিক্ষুৰ ) বাহিৰে আন মানুহে নিজৰ আৰ্থিক অৱস্থা অতি বেয়া হ'লেও আনৰ ওচৰত ভিক্ষা নকৰিছিল আৰু কোনো আৰ্যলোকৰ যদি আৰ্থিক অৱস্থা ক্ষীণ হৈ পৰে তথাপি তেওঁৰ ওচৰত ভিক্ষা কৰিলে তেওঁ কাকো বিমুখ নকৰিছিল ॥ ১০ ॥

নহুষৰ পুত্ৰ যযাতি ৰজাৰ ৰাজ্যৰ দৰে সেই ৰজাৰ ৰাজ্যত তেতিয়া বন্ধু লোকৰ প্ৰতি অনাদৰ কৰোঁতা দানবিমুখ ব্ৰত পালন নকৰা মিছা কথা কোৱা আৰু হিংসুক লোক কোনো নাছিল ॥ ১১ ॥



তেওঁৰ ৰাজ্যত ধৰ্মাভিলাষী লোকসকলে সাক্ষাৎ স্বৰ্গ যেন ভাবি ( বৰ শ্ৰদ্ধাৰে ) উদ্যান, দেৱালয়, আশ্ৰম, কুৱা, জুৰি ( দোং ), পুখুৰী আৰু বন নিৰ্মাণ আৰু প্ৰতিষ্ঠা কৰিছিল ॥ ১২ ॥

সেই ৰাজ্যৰ লোক দুৰ্ভিক্ষ, ভয় আৰু ৰোগৰ কষ্টত নপৰাকৈ ৰংমনেৰে স্বৰ্গত বাস কৰাৰ দৰে সুখেৰে বাস কৰিছিল ; পতিয়ে পত্নীৰ প্ৰতি নাইবা পত্নীয়ে পতিৰ প্ৰতি কোনো বিৰুদ্ধ আচৰণ নকৰিছিল ॥ ১৩ ॥

তাত কোনো লোকেই ইন্দ্ৰিয় তৃপ্তিৰ অৰ্থে কামোপ-ভোগ কৰা নাছিল, কোনোৱে ভোগৰ অৰ্থে ধন নাৰাখিছিল, কোনো মানুহেই অৰ্থ লাভৰ উদ্দেশ্যে ধৰ্মকাৰ্যৰ অনুষ্ঠান নকৰিছিল, আৰু কোনোৱে ধৰ্মৰ অৰ্থে হিংসা আচৰণ নকৰিছিল ॥ ১৪ ॥

পুৰণি কালৰ অন্যান্য ৰজাৰ ৰাষ্ট্ৰৰ দৰে এই ৰজাৰ ৰাষ্ট্ৰত চোৰ আৰু শত্ৰু নোহোৱা হ'ল, ৰাষ্ট্ৰ সুব্যৱস্থিত হৈ পৰৰাষ্ট্ৰৰ প্ৰভাৱৰপৰা মুক্ত, স্বায়ত্তশাসিত, সুখী আৰু সুভিক্ষ অৰ্থাৎ ধন-ধানে পৰিপূৰ্ণ হৈ উঠিল ॥ ১৫ ॥

সূৰ্যপুত্ৰ বৈৱস্বত মনুৰ ৰাজ্যৰ দৰে বালকৰ জন্ম হোৱাৰ পিচত এই ৰজাৰ ৰাজ্যতো আনন্দৰ সঞ্চাৰ হ'ল, দুখ নাশ হ'ল, ধৰ্ম প্ৰজ্বলিত হৈ উঠিল আৰু পাপৰ উপশম ঘটিল ॥ ১৬ ॥

যিহেতুকে এই বালকৰ জন্মৰ কাৰণেই ৰাজকুলৰ এনেকুৱা সৰ্বাৰ্থসিদ্ধি ( অৰ্থাৎ সকলো কাৰ্যৰ সিদ্ধি ) হৈছে, সেইহেতুকে ৰজাই "এওঁ সৰ্বাৰ্থসিদ্ধি" এইবুলি ল'ৰাটিৰ নাম থলে "সিৰ্দ্ধাৰ্থসিদ্ধ" ॥ ১৭ ।

মহাৰাণী মায়াই হ'লে দেৱৰ্ষি সদৃশ এই পুত্ৰৰ বিপুল প্ৰভাৱ ( মহিমা ) দেখি মনত যি আনন্দ পালে তাৰ

ভাৰ সহ্য কৰিব নোৱাৰি শাশ্বত স্বৰ্গবাসলৈ গমন কৰিলে ॥ ১৮ ॥

তাৰ পিচত মাতৃসদৃশ প্ৰভাৱসম্পন্না মাহীয়েকে এই দেৱকুমাৰ তুল্য ৰাজকুমাৰটিক পুত্ৰৰ দৰে স্নেহ আৰু আবেগেৰে লালন-পালন কৰিব ধৰিলে ॥ ১৯ ॥

তেতিয়া সেই ৰাজকুমাৰ উদয়গিৰিত উদিত হোৱা নতুন সূৰ্যৰ দৰে, বতাহ লাগি জ্বলি উঠা জুইৰ দৰে আৰু শুক্লপক্ষৰ চন্দ্ৰৰ দৰে ক্ৰমে লহ্‌-পহ্‌কৈ ডাঙৰ দীঘল হব ধৰিলে ॥ ২০ ॥

তাৰ পিচত বন্ধু-বান্ধবৰ ঘৰৰপৰা তেওঁলৈ উপহাৰস্বৰূপে বহুমূলীয়া চন্দন, ভিতৰত ঔষধি সুমুৱাই থোৱা ৰত্নহাৰ, ঘোঁৰা যুৰি থোৱা সোণৰ সৰু ৰথ আদি আহিব ধৰিলে ॥ ২১ ॥

এইবোৰৰ উপৰিও নানা প্ৰকাৰ উপযোগী অলঙ্কাৰ, সোণৰ হাতী, হৰিণ আৰু ঘোঁৰাৰ পুতলা, তথা কাপোৰেৰে সজাই-পৰাই থোৱা ৰথ আৰু গৰু, সোণ-ৰূপৰ আৰু নানা প্ৰকাৰৰ পুতলা (তেওঁলৈ উপহাৰ স্বৰূপে আহিল) ॥ ২২ ॥

এইদৰে তেওঁ (ৰাজকুমাৰ) বয়সৰ অনুৰূপ তেনেবোৰ নানা প্ৰকাৰ বিষয় (ইন্দ্ৰিয়ভোগ্য) উপচাৰৰ দ্বাৰা সেৱিত হৈ বয়সত বালক হলেও ধৈৰ্য, শুচিতা, বুদ্ধি আৰু শ্ৰীৰ দ্বাৰা প্ৰৌঢ় (বয়সীয়া) লোকৰ দৰে হৈ উঠিল ॥ ২৩ ॥

তেওঁ সেই কুমাৰ অৱস্থা (শৈশৱকাল) অতিক্ৰম কৰি আৰু যথাসময়ত উপনয়ন আদি সংস্কাৰ কৰ্মৰ দ্বাৰা বিধি-মতে সংস্কৃত হৈ [পাঠান্তৰ পক্ষে, সেই বালক ৰাজপুত্ৰই শৈশৱ অৱস্থা পাৰ হৈ মধ্যম (কৈশোৰ) অৱস্থা পালে আৰু] বহুত বছৰ ধৰি শিকিবলগীয়া, নিজৰ কুলোচিত বিদ্যা অলপ দিনৰ ভিতৰতে আয়ত্ত কৰিলে ॥ ২৪ ॥



মহৰ্ষি অসিতৰপৰা এওঁৰ (ৰাজকুমাৰৰ) ভৱিষ্যতে মোক্ষৰ পথ গ্ৰহণৰ কথা আগেয়ে শুনিছে গতিকে যাতে তেওঁ বনলৈ নাযায় তাৰ কাৰণে শাক্যৰাজে কামোপভোগৰ উপযোগী বিষয়বিলাকত তেওঁৰ (ৰাজকুমাৰৰ) আসক্তি ওপজাব ধৰিলে ॥ ২৫ ॥

তেতিয়া স্থিৰ শীলসম্পন্ন কুলৰপৰা (চৰিত্ৰবান ঘৰৰপৰা) সাধ্বী (সাধু স্বভাৱৰ) সুন্দৰ শৰীৰৰ লজ্জা আৰু বিনয়-যুক্তা বিপুল যশস্যাশালিনী ৰমণীকুলত সাক্ষাৎ লক্ষীদেৱী সদৃশ যশোধৰা নামেৰে কন্যা এগৰাকীক ৰাজকুমাৰৰ কাৰণে বিয়া কৰাই আনিলে ॥ ২৬ ॥

অতিকৈ সুন্দৰ শৰীৰেৰে দেদীপ্যমান (অতি উজ্জ্বল) সনৎকুমাৰ ঋষিৰ নিচিনা এই ৰাজকুমাৰে শাক্যৰাজৰ সেই বোৱাৰীয়েকজনীৰে সৈতে শচীৰে সৈতে সহস্ৰলোচন ইন্দ্ৰই সুখভোগ কৰি থকাৰ দৰে সুখভোগ কৰি থাকিল ॥ ২৭ ॥

কেনেবাকৈ কুমাৰে মনৰ চাঞ্চল্যকৰ কিবা প্ৰতিকূল দৃশ্য দেখিব পাৰে বুলি ভাবি-চিন্তি সেই ৰজাই কুমাৰক প্ৰাসাদৰ ভিতৰতে থাকিবলৈ আদেশ দিছিল, বাহিৰা ঠাইত চলা-ফুৰা নিষেধ কৰিছিল । ২৮ ॥

তেতিয়া তেওঁ শৰৎ কালৰ মেঘৰ দৰে নামি আহি শুভ্ৰ পৃথিৱীত থকা স্বৰ্গীয় বিমানৰ দৰে মনোৰমভাৱে সুসজ্জিত অথচ সকলো ঋতুতে সুখদায়ক সেই প্ৰাসাদবিলাকত ৰমণী-সকলৰ মনোৰম বাদ্যধ্বনি শুনি বিহাৰ কৰি ফুৰিছিল ॥ ২৯ ॥

মাজত সোণৰ পাতেৰে মেৰাই বন্ধোৱা তিৰোতাৰ হাতৰ আগৰ (আঙুলিৰ) আঘাতত মধুৰভাৱে বাজি উঠা মৃদঙ্গৰে

আৰু শ্ৰেষ্ঠ অপ্সৰাসকলৰ নৃত্যৰ তুল্য লাস্যনৃত্যৰ দ্বাৰা সেই ৰাজপ্ৰাসাদ কৈলাসৰ দৰে মনোৰম হৈছিল ॥ ৩০ ॥

ৰাজভৱনত তেওঁক ৰমণীবিলাকে সুমধুৰ বাক্যালাপ, সুললিত ভাব-ভঙ্গী, ৰসিকতা, মৃদু-মধুৰ বিলাস, মিচিকিয়া হাঁহি, ভ্ৰূ-ভঙ্গী আৰু কটাক্ষ চাৱনিৰে আনন্দবিভোৰ কৰি ৰাখিছিল ॥ ৩১ ॥

তেতিয়া কামকলাত নিপুণ আৰু ৰতিক্ৰিয়াত কঠোৰ ( দৃঢ় ) যুৱতীবিলাকে ৰাজকুমাৰক এনেভাৱে ধৰিলে ( মুগ্ধ কৰি ৰাখিলে ) যে তেওঁ পুণ্যশালী লোক স্বৰ্গীয় বিমানৰ ওপৰৰপৰা পৃথিৱীলৈ নামি অহাৰ দৰে ৰাজপ্ৰাসাদৰ ওপৰৰ পৰা মাটিলৈ নামি নহাত পৰিল ॥ ৩২ ॥

কিন্তু ৰজাই ৰাজকুমাৰৰ ভৱিষ্যত কথাৰ ভাবনাৰ দ্বাৰা প্ৰণোদিত হৈ আৰু তেওঁৰ এই আমোদ-প্ৰমোদ আৰু অধিক কৰিবৰ কাৰণে নিজে শমভাৱত ৰত হৈ পৰিল, পাপৰপৰা সম্পূৰ্ণভাৱে বিৰত হ'ল, ইন্দ্ৰিয় সংযমৰ আশ্ৰয় গ্ৰহণ কৰিলে আৰু সজ্জনক ধন বিতৰণ কৰি দিবলৈ ধৰিলে ॥ ৩৩ ॥

তেওঁ অধীৰ ( সংযমহীন ) পুৰুষৰ দৰে বিষয়সুখত আসক্ত হৈ নাথাকিল, তিৰোতাৰ প্ৰতি তেওঁৰ অনুচিত অনুৰাগ নোহোৱা হ'ল, ধৈৰ্যৰ ( সংযমৰ ) দ্বাৰা চঞ্চল ইন্দ্ৰিয়ৰূপ ঘোঁৰাবিলাকক জয় ( বশ ) কৰি ললে আৰু গুণৰ দ্বাৰা বন্ধু-বৰ্গ আৰু পুৰবাসীসকলক বশ ( জয় ) কৰিলে ॥ ৩৪ ॥

তেওঁ পৰৰ দুখৰ কাৰণে বিদ্যাচৰ্চা কৰা নাছিল, যি জ্ঞান মঙ্গলদায়ক তেনে জ্ঞানৰহে চৰ্চা কৰিছিল আৰু নিজৰ সন্তানৰ অৰ্থে যেনেকুৱা মঙ্গল কামনা কৰিছিল সকলো প্ৰজাৰেই তেনেকুৱা কল্যাণ কামনা কৰিছিল ॥ ৩৫ ॥



তেওঁ কুমাৰৰ দীৰ্ঘ জীৱন লাভৰ অৰ্থে আঙ্গিৰস ( বৃহস্পতি ) অধিদেৱতা বিধিমতে সেই জ্যোতিৰ্ময় গ্ৰহচক্ৰৰ পূজা কৰিছিল, প্ৰজ্বলিত অগ্নিত হোম-দ্ৰব্যৰ আহুতি দিছিল আৰু ব্ৰাহ্মণক সোণ আৰু গো দান কৰিছিল ॥ ৩৬ ॥

তেওঁৰ শৰীৰ পৱিত্ৰ কৰিবৰ অৰ্থে তীৰ্থৰ জলত আৰু মন পৱিত্ৰ কৰিবৰ অৰ্থে গুণৰূপ জলত ( শম, দম আদি সদ্‌গুণৰাজিৰ অনুশীলনত ) স্নান কৰিছিল ( ডুব দিছিল ) আৰু পুত্ৰেৰে সৈতে বেদোপদিষ্ট ( বেদৰ বিধান মতে ) সোমৰস তথা হৃদয়ৰ শান্তিসুখ পান কৰিছিল ॥ ৩৭ ॥

তেওঁ প্ৰীতিজনক কথা কৈছিল যদিও নিৰৰ্থক কথা নকৈছিল ; যথাৰ্থ সত্য কথা কৈছিল যদিও অপ্ৰিয় সত্য কথা নকৈছিল ; প্ৰীতিজনক হলেও অসত্য কথা আৰু সত্য হলেও কঠোৰ কথা নিজে নিজৰ আগত লাজতে ক'ব নোৱাৰিছিল ॥ ৩৮ ॥

কৰ্মচাৰীসকলে নিজৰ ইষ্টই ( প্ৰিয়ই ) কৰক বা অনিষ্টই ( অপ্ৰিয়ই ) কৰক তাত তেওঁ অনুৰাগ প্ৰকাশ নকৰিছিল, নাইবা দোষো নধৰিছিল ; ৰাজ্য-শাসন বিষয়ত কল্যাণকৰ নীতিৰ আশ্ৰয় লৈছিল ; ৰাজ্য-শাসন নীতিৰ দ্বাৰা পৰিশোধিত ( বিশুদ্ধ ) নিৰ্দোষ কল্যাণকাৰী নিৰ্ণয় যেনেকুৱা মহত্ত্বপূৰ্ণ বুলি ভাবিছিল, যজ্ঞকো তেনেকুৱা মহত্ত্বপূৰ্ণ বুলি ভবা নাছিল ॥ ৩৯ ॥

আশা কৰি অহা প্ৰাৰ্থীসকলৰ ( খোজনীয়া লোকৰ ) অৰ্থলাভৰ আশাৰূপ পিয়াহ তেওঁ তৎক্ষণাৎ দানৰূপ জলৰ দ্বাৰা গুচাই দিছিল আৰু বিদ্বেষী লোকৰ অহঙ্কাৰ বিনা যুদ্ধে সদ্ব্যৱহাৰ ৰূপ কুঠাৰেৰে ছেদন কৰি পেলাই-ছিল ॥ ৪০ ॥

এই ৰজাই এটাক ( মনটোক অথবা মহামাত্য অর্থাৎ প্রধান মন্ত্রীজনক নাইবা ৰাষ্ট্ৰৰূপ চক্ৰক ) শিক্ষা দি বশীভূত কৰি লৈছিল ; সাতোটাক ( স্বামী, অমাত্য, ৰাষ্ট্র, দুৰ্গ, কোশ, বল আৰু মিত্র-ৰাজ্য—এই সাতোটা অঙ্গক অথবা সাম, দান, ভেদ, দণ্ড, মায়া, উপেক্ষা আৰু ইন্দ্ৰজাল—এই সাত প্রকাৰ ৰাজনৈতিক উপায় নাইবা সাতজন মন্ত্রীৰে গঠিত মন্ত্ৰীসভাক ) অবিকৃতভাৱে ৰক্ষা কৰিছিল ; সাতোটাক ( বাকপাৰুষ্য, দণ্ড পাৰুষ্য আৰু অর্থদূষণ—এই তিনিবিধ ক্ৰোধজ ব্যসন তথা মৃগয়া, দ্যূতক্রীড়া, তিৰোতাৰ প্রতি আসক্তি আৰু মদ্যপান—এই চাৰিপ্ৰকাৰ কামজ ব্যসন, মুঠতে এই সাতবিধৰ ব্যসন ) পৰিত্যাগ কৰিছিল ; পাঁচটাক ( কর্মাৰম্ভৰ উপায়, পুৰুষ-দ্রব্য-সম্পদ, দেশ-কালবিভাগ, বিনিপাত-প্রতিকাৰ অর্থাৎ বিঘিনিৰ প্ৰতিকাৰ আৰু কাৰ্যসিদ্ধি—এই পাঁচটা সিদ্ধিৰ অঙ্গক অথবা ব্রাহ্মণ, ক্ষত্রিয়, বৈশ্য, শূদ্র আৰু নিষাদ—এই পঞ্চজাতিৰ প্ৰজাক ) পালন কৰিছিল ; ত্ৰিবৰ্গক ( ধৰ্ম, অৰ্থ, কাম—এই তিনিবিধ পুৰুষাৰ্থ নাইবা প্রভুশক্তি উৎসাহশক্তি আৰু মন্ত্ৰশক্তি—এই তিনিবিধ ৰাজশক্তিক অথবা ত্যাগ, সত্য আৰু শৌর্য—এই তিনিবিধ মহাগুণক কিম্বা আত্মোদয়, মিত্রোদয় আৰু মিত্রামিত্রোদয়—এই তিনিপ্ৰকাৰ উদয় ) লাভ কৰিছিল ; ত্ৰিবৰ্গক ( শত্ৰু, মিত্ৰ আৰু উদাসীন—এই তিনিপ্ৰকাৰ পৰৰাষ্ট্ৰ নাইবা ঋক্, যজুস্ আৰু সাম—এই তিনিখন বেদ অথবা আধ্যাত্মিক, আধিদৈৱিক আৰু আধিভৌতিক—এই তিনিবিধ দুখক ) ঠিকমতে জানিছিল ; দুটা ( নীতি আৰু অনীতি, অথবা আত্মোদয় আৰু পৰহানি ) ঠিকমতে বুজিছিল আৰু দুটা বৰ্গক ( কাম আৰু ক্ৰোধ অথবা লোভ আৰু মোহ নাইবা অহঙ্কাৰ আৰু মমকাৰ) এৰিছিল ॥৪১॥



তেওঁ অপৰাধী লোকৰ প্ৰতি প্ৰাণদণ্ডৰ আদেশ দিও তাক মাৰি পেলোৱা নাছিল, আনকি তাৰ প্ৰতি খঙেৰে নাচাইছিল ; সেই লোকক সান্ত্বনাৰূপ ফলেৰে অর্থাৎ শান্তিৰ শিক্ষাদানেৰে বান্ধি ৰাখিছিল, তেনে অপৰাধী লোকক এৰি দিয়াটোও অন্যায় বুলি বুজিছিল ॥ ৪২ ॥

তেওঁ ঋষিসকলৰ উপদিষ্ট শ্ৰেষ্ঠ ব্ৰতবিলাকৰ আচৰণ কৰিছিল, বহুদিন ধৰি সঞ্চিত হৈ থকা শত্ৰুতাও ( বৈৰভাবো ) পৰিত্যাগ কৰিছিল, গুণৰূপ সৌৰভযুক্ত নানা প্ৰকাৰ যশস্যা লাভ কৰিছিল আৰু মলিনতাৰূপী ৰজোবৃত্তি ( মনৰ কলুষ ) ত্যাগ কৰিছিল ॥ ৪৩ ॥

প্রজাবিলাকৰপৰা অতিৰিক্ত কৰ আহৰণ নকৰিছিল, পৰৰ বস্তু হৰণ কৰিবলৈ ইচ্ছা কৰা নাছিল, আনকি শত্ৰুৰো অধৰ্মৰ কথা ব্যক্ত নকৰিছিল আৰু মনত কাৰো প্ৰতি ক্ৰোধ ( বিদ্বেষ ) সাঁচি নেৰাখিছিল ॥ ৪৪ ॥

শান্ত আৰু নির্মল মনৰ যোগী পুৰুষৰ ইন্দ্ৰিয়বিলাকো শান্ত আৰু নিৰ্মল হোৱাৰ দৰে ৰজা এনেকৈ চলিবলৈ ধৰাত ৰাজকৰ্মচাৰী আৰু পুৰবাসীবিলাকেও সেইদৰে চলিবলৈ ধৰিলে ॥ ৪৫ ॥

তাৰ পিচত যথা সময়ত সুন্দৰ স্তনসম্পন্না, অতিশয় যশস্যাশালিনী যশোধৰাৰ গৰ্ভত শুদ্ধোদনৰ পুত্ৰ সিদ্ধাৰ্থৰ এটি পুত্র উপজিল। এই শিশুটিৰ মুখ ৰাহুৰ শত্ৰু চন্দ্ৰৰ তুল্য শোভা-সম্পন্ন হোৱাৰ কাৰণেই তেওঁৰ নাম হল ৰাহুল ॥ ৪৬ ॥

তেতিয়া পুত্ৰবৎসল ৰজাই নিজৰ কুলৰ বৃদ্ধিৰ বিষয়ে পৰম বিশ্বাসান্বিত হৈ ( পূৰ্ণ বিশ্বাস কৰি ) পুত্ৰ ওপজত যেনেকুৱা আনন্দিত হৈছিল এই পৌত্ৰ ( নাতিয়েক ) ওপজাতো তেনেকুৱা আনন্দিত হ'ল ॥ ৪৭ ॥

পুত্ৰবৎসল ৰজাই আনন্দিত হৈ ‘কেনেকৈনো মোৰ দৰে মোৰ পুত্ৰবো নিজৰ পুত্ৰৰ প্ৰতি স্নেহ (মৰম) উপজিব,’— ইয়াকে ভাবি স্বৰ্গত আৰোহণ কৰাৰ ইচ্ছা কৰিহে যেন সময়মতে সেই সেই ধৰ্মানুষ্ঠানৰ আশ্ৰয় গ্ৰহণ কৰিছিল ॥ ৪৮ ॥

কালৰ প্ৰথম কল্পৰ (সত্যযুগৰ) কীৰ্তিমান শ্ৰেষ্ঠ ৰজা-সকলৰ দ্বাৰা অনুসৃত ধৰ্মপথত থাকি তেওঁ শুক্ল বস্ত্ৰ পৰিত্যাগ নকৰাকৈও নানাপ্ৰকাৰ তপস্যা আচৰণ কৰিছিল আৰু অহিংসা-যজ্ঞৰ অনুষ্ঠান কৰিছিল ॥ ৪৯ ॥

নিজৰ কুলগৰিমা, চৰিত্ৰবৈভৱ আৰু জ্ঞানৰ প্ৰভাৱে জগতত আলোক বিতৰণ কৰিবলৈ উঠি অহা সহস্ৰৰশ্মি সূৰ্যৰ দৰে প্ৰদীপ্ত পুণ্যকৰ্মা (পৱিত্ৰ কৰ্মাবৰণশীল) এইজন ৰজা তপস্যা আৰু ৰাজ ঐশ্বৰ্যৰ দ্বাৰা আৰু বেছি প্ৰজ্বলিত হৈ উঠিছিল ॥ ৫০ ॥

স্থিৰ ৰাজলক্ষ্মীসম্পন্ন এই ৰজাই পুত্ৰৰ প্ৰতিষ্ঠাৰ (বা স্থায়ী জীৱনৰ) অৰ্থে স্বয়ম্ভূ ব্ৰহ্মাৰ পূজা কৰি মন্ত্ৰ জপ কৰিছিল আৰু আদিম কালত প্ৰজা সৃষ্টি কৰাৰ ইচ্ছাত ব্ৰহ্মাদেৱে সৃষ্টি কৰ্ম কৰাৰ দৰে দুষ্কৰ কৰ্মবিলাকৰ (তপস্যাৰ) অনুষ্ঠান কৰিছিল ॥ ৫১ ॥

তেওঁ শস্ত্ৰ (অস্ত্ৰ) পৰিত্যাগ কৰিছিল, শাস্ত্ৰৰ চৰ্চাত মনোনিবেশ কৰিছিল, শান্তিৰ সেৱাত ৰত হৈছিল, নানা প্ৰকাৰ নিয়ম পালনৰ কষ্ট সহ্য কৰিছিল, জিতেন্দ্ৰিয় লোকৰ দৰে বিষয়ভোগৰপৰা বিৰত আছিল আৰু পিতৃৰ দৰে ৰাজ্যৰ সকলোৰে প্ৰতি দৃষ্টি কৰিছিল ॥ ৫২ ॥

তেওঁ পুত্ৰৰ কাৰণেই ৰাজ্যভাৰ বহন কৰিছিল, কুলৰ (বংশৰ) অৰ্থে পুত্ৰক পালন কৰিছিল, যশস্যাৰ অৰ্থে কুল (বংশ) ৰক্ষা কৰিছিল তথা স্বৰ্গৰ অৰ্থে যশস্যা (বা শাস্ত্ৰজ্ঞান), আত্মাৰ অৰ্থে স্বৰ্গ আৰু ধৰ্মৰ অৰ্থে আত্মস্থিতিৰ আকাঙ্ক্ষা কৰিছিল ॥ ৫৩ ॥



“কেনেকৈনো মোৰ পুত্ৰই নিজৰ পুত্ৰমুখ দেখি বনলৈ নোযোৱাকৈ থাকে”— এই প্ৰাৰ্থনাৰে সেই ৰজাই সজ্জনসকলৰ প্ৰৱৰ্তিত আৰু বেদত উপদিষ্ট বহুপ্ৰকাৰে ধৰ্মৰ অনুষ্ঠান কৰিছিল ॥ ৫৪ ॥

ৰজাবিলাকে নিজত অচলা হৈ (স্থিৰভাৱে) থকা ৰাজ-লক্ষ্মীক (ৰাজ্যশ্ৰীক) ভবিষ্যতলৈও স্থায়ীভাৱে ৰখাৰ ইচ্ছাতে পৃথিৱীত পুত্ৰক এৰি থৈ যায়। গতিকে সেইজনাই ধৰ্মৰ প্ৰতি আগ্ৰহশীল হৈয়ো পুত্ৰক ধৰ্মৰপৰা আঁতৰাই ৰাখিছিল আৰু অবাধে বিষয়ভোগ কৰিবলৈ এৰি দিছিল ॥ ৫৫ ॥

অতুলনীয় (অনুপম) স্বভাৱসম্পন্ন সকলোবিলাক বোধিসত্ত্বই বিষয়সুখৰ ৰসাস্বাদন গ্ৰহণ কৰি পুত্ৰ ওপজাৰ পিচত বনলৈ গৈছিল। সেইকাৰণে এইজনা বোধিসত্ত্বয়ো বনলৈ যোৱাৰ দৃঢ়মূল কাৰণ থকা সত্ত্বেও পূৰ্বৰপৰা সঞ্চিত কৰ্ম থকাৰ কাৰণে বোধি লাভ নকৰা পৰ্যন্ত বিষয় ৰসৰেই সেৱা কৰি থাকিল ॥ ৫৬ ॥

শ্ৰীমহামণ্ডলেশ্বৰৰ মন্ত্ৰী অশ্বঘোষ ৰচিত ‘বুদ্ধচৰিত’ মহাকাব্যৰ ‘অন্তঃপুৰবিহাৰ’ নামেৰে দ্বিতীয় সৰ্গৰ ইমানতে অন্ত পৰিল ॥

# তৃতীয় সৰ্গ

## বৈৰাগ্য উৎপত্তি

তাৰ পিচত কোনো এদিনাখন সেই ৰাজকুমাৰে কোমল ঘাঁহেৰে আচ্ছাদিত, গছবিলাকত পৰি চিঞৰি থকা মতা কুলিৰ শব্দেৰে অনুনাদিত, পদুম ফুলি থকা পুখুৰীবিলাকেৰে সুশোভিত আৰু চন্দনৰ গন্ধেৰে আমোদিত উদ্যানৰ কথা ( তেনে উদ্যান কিছুমান বেলেগৰ মুখে ৰাজ প্ৰাসাদৰ বাহিৰত আছে বুলি ) শুনিবলৈ পালে ॥ ১ ॥

তেতিয়া ৰমণীসকলৰ প্ৰিয়, নগৰৰ সেই উদ্যানবিলাকৰ মনোহাৰী সৌন্দৰ্যৰ কথা শুনি ইমানদিনে বান্ধত থকা হাতীৰ দৰে ঘৰৰ ভিতৰতে অৱৰুদ্ধ হৈ থকা ৰাজকুমাৰে বাহিৰলৈ ওলাই যাবলৈ মন কৰিলে ॥ ২ ॥

তেতিয়া ৰজাই নামতহে পুত্ৰ, আচলতে নিজৰ হৃদয়ৰ কামনা—সেই ৰূপত ( পুত্ৰৰূপে ) প্ৰকট হৈ উঠা বুলি ভাবি প্ৰিয় পুত্ৰৰ তেনেকুৱা মনোভাবৰ ( তেনেকুৱা ইচ্ছাৰ ) বিষয়ে জানিব পাৰি পুত্ৰস্নেহ, ৰাজঐশ্বৰ্য আৰু পুত্ৰৰ বয়সৰ উপযোগী কৈ সকলো ব্যৱস্থা কৰি বনবিহাৰৰ ( প্ৰমোদ ভ্ৰমণৰ ) অৰ্থে যাত্ৰা কৰিবলৈ আদেশ দিলে ॥ ৩ ॥

কোমলচিত্তীয়া ৰাজকুমাৰৰ মন যাতে উদ্বিগ্ন হৈ নপৰে তালৈ লক্ষ্য ৰাখি তেওঁ ( ৰজাই ) ৰাজপথত আতুৰ লোক ( ৰোগ আদিৰ দ্বাৰা পীড়িত ) আৰু বাহিৰা মানুহৰ সমাগম ( যাতায়ত ) নিষেধ কৰি দিলে ॥ ৪ ॥



তেতিয়া ভাৱপ্ৰাপ্ত ৰাজকৰ্মচাৰীয়ে ৰাজকুমাৰৰ আগমন পথৰপৰা অঙ্গহীন, ইন্দ্ৰিয়হীন, জৰাগ্ৰস্ত ( বুঢ়া ), ৰোগী আদি হীন অৱস্থাৰ লোকক আৰু ভিক্ষাৰী মানুহক অতি মৃদুভাৱে আঁতৰ কৰি পঠিয়ালে আৰু ৰাজপথ সুন্দৰকৈ সজাই তোলালে ॥ ৫ ॥

তদনুসৰি ৰাজপথ সুসজ্জিত কৰা হ'লত শ্ৰীমন্ত ৰাজকুমাৰ ৰজাৰ আদেশ অনুসৰি বিনীত অনুচৰবিলাকেৰে সৈতে যথাসময়ত প্ৰাসাদৰ ওপৰৰপৰা নামি ৰজাৰ ওচৰলৈ গ'ল ॥ ৬ ॥

ৰাজকুমাৰক দেখি মৰমতে ৰজাৰ চকুলো ওলাল আৰু পুত্ৰক বহুসময় ধৰি চাই থাকি শিৰোঘ্ৰাণ কৰি "যোৱা বাৰু" বুলি যাবলৈ আদেশ দিলে যদিও স্নেহৰ কাৰণে মনৰপৰা তেওঁক এৰি দিব নোৱাৰিলে ॥ ৭ ॥

সোণৰ অলঙ্কাৰেৰে সজাই পৰাই তোলা চাৰিটা সুশিক্ষিত ঘোৰাৰ ( ঘোৰা যুৰি দিয়া ) নিৰ্ভীক, বিদ্বান আৰু শুদ্ধচৰিত সাৰথিয়ে চলোৱা সোণৰ ৰথত ৰাজকুমাৰ উঠিলগৈ ॥ ৮ ॥

তাৰ পিচত চন্দ্ৰই নক্ষত্ৰবিলাকেৰে সৈতে আকাশ পথত উপস্থিত ( উদয় ) হোৱাৰ দৰে তেওঁ যোগ্য সহচৰবিলাকেৰে সৈতে বগা ফুলবিলাক ছটিয়াই উজ্জ্বল কৰি ৰখা মাজে মাজে মালাবিলাক আঁৰি থোৱা আৰু পতাকাবিলাক ( মেঘখণ্ডৰ দৰে হৈ ) উৰি থকা ৰাজপথত উপস্থিত হ'লহি ॥ ৯ ॥

তেতিয়া পুৰবাসীসকলে তেওঁক চাৰিওফালৰপৰা চাবলৈ ধৰিলে। কৌতূহলৰ কাৰণে বেছিকৈ মেল খোৱা নীলা পদুমৰ দৰে তেওঁলোকৰ চকুবিলাক যেন ৰাজপথত সিঁচৰতি হৈ পৰিছিল। কুমাৰ আহি সেই ৰাজপথত প্ৰবেশ কৰিছিল ॥ ১০ ॥

কিছুমান লোকে (তেওঁৰ শান্তস্বভাৱ লক্ষ্য কৰি ভক্তি-ভাৱে) তেওঁক শান্তস্বভাৱসম্পন্ন বুলি স্তুতি কৰিছিল, আন কোনো কোনো লোকে আকৌ (তেওঁৰ প্ৰভাৱদীপ্ত শ্ৰী লক্ষ্য কৰি) দীপ্তিমান প্ৰতাপশালী বুলি (শ্ৰদ্ধাৰে) তেওঁক বন্দনা কৰিছিল, কোনো কোনোৱেবা (তেওঁৰ মুখ সৌন্দৰ্যৰ পিনে লক্ষ্য কৰি মৰমতে) তেওঁৰ সম্পদ আৰু দীৰ্ঘায়ু প্ৰাৰ্থনা কৰি আশীৰ্বাদ দিছিল ॥ ১১ ॥

কুঁজা মানুহবিলাকে ডা-ডাঙৰীয়া লোকৰ ঘৰৰপৰা ওলাই আহি, সেইদৰে কিৰাত আৰু বাওনাবিলাকে দলে দলে আৰু তিৰোতাবিলাকে সৰু সৰু ঘৰৰপৰা ওলাই আহি শক্ৰোৎসৱ ইন্দ্ৰ-যাত্ৰাৰ উৎসৱ উপলক্ষে হোৱা সমদল যাত্ৰাৰ ইন্দ্ৰধ্বজক প্ৰণাম কৰাৰ নিচিনাকৈ ৰাজকুমাৰক প্ৰণাম কৰিছিল ॥ ১২ ॥

তাৰ পিচত তিৰোতাবিলাকে লগুৱাবোৰৰ মুখৰপৰা "ৰাজকুমাৰ যাব ধৰিছে"—এই বাতৰি শুনি তেওঁক চোৱাৰ ইচ্ছাত গুৰুজনৰপৰা অনুমতি লৈ অট্টালিকাবোৰৰ ওপৰত উঠিলগৈ ॥ ১৩ ॥

তিৰোতাবিলাকে লৰালৰিকৈ যাওঁতে কাৰো কাৰো মেখেলাৰ (কটিসূত্ৰৰ) গুণ সুলকি যোৱাৰ কাৰণে গতিত বাধা ঘটিল; তেতিয়াই টোপনিৰপৰা সাৰ পাই উঠাৰ কাৰণে কাৰো কাৰো চকু চল্‌চলীয়া হৈ আছিল; কোনোৱেবা সেই বাতৰি শুনিয়ে ততাতৈয়াকৈ অলঙ্কাৰ পিন্ধি সাজু হৈছিল; এনেদৰে অতি উৎকণ্ঠাৰ কাৰণে আবুৰ এৰি সকলো তিৰোতাই একেলগে মিলিত হৈছিলগৈ ॥ ১৪ ॥

তিৰোতাবিলাকে প্ৰাসাদৰ খট্‌খটিত খোজ কাঢ়োতে উঠা ভৰিৰ তলুৱাৰ শব্দেৰে কাঞ্চি (কটিসূত্ৰ) আৰু নূপুৰৰ



ধ্বনিৰে ঘৰ-পোহনীয়া চৰাইবিলাকক সন্ত্ৰস্ত কৰি (চক খুৱাই) অৰিয়া-অৰিকৈ ইজনীয়ে সিজনীতকৈ আগবাঢ়ি আহিবলৈ ধৰিলে ॥ ১৫ ॥

অতি উদ্‌গ্ৰীৱ হৈ লৰালৰিকৈ অহা সেই তিৰোতাবিলাকৰ মাজৰ কোনো সুন্দৰীৰ বহল নিতম্ব আৰু উচ্চ স্তনযুগলৰ ভৰ বেছি হোৱা কাৰণে সিয়ে তেওঁবিলাকক আগবাঢ়ি যোৱাত বাধা দিছিল (গতিকে তেওঁবিলাকে বেগেৰে দৌৰি যাব পৰা নাছিল) ॥ ১৬ ॥

আন কোনো কোনোজনীয়ে আকৌ বেগাই যোৱাৰ ক্ষমতা থকা সত্ত্বেও লুকাই পিন্ধি অহা অলঙ্কাৰবিলাক প্ৰকাশ হৈ ওলাই পৰিব বুলি লাজতে তাক গোপন কৰি ৰাখিবৰ অৰ্থেই গতি সংযত কৰিছিল আৰু বেগাই দৌৰি যোৱা নাছিল ॥ ১৭ ॥

খিৰিকীবিলাকৰ মুখত ইজনীয়ে সিজনীয়ে ঠেলাঠেলি কৰি লগলাগি যোৱাত কাণৰ কুণ্ডলবিলাক জোকাৰ খাই উঠিছিল, খিৰিকী মুখত অলঙ্কাৰবোৰৰ শব্দ হোৱা তিৰোতা-বিলাকৰ মাজত অস্থিৰতাই দেখা দিছিল ৷ ১৮ ॥

খিৰিকীৰে বাহিৰলৈ মুখবিলাক উলিয়াই দিয়াত যেতিয়া ইজনীৰ কুণ্ডলৰ লগত সিজনীৰ কুণ্ডল লগলাগি গৈছিল তেতিয়া সেই খিৰিকীৰ বাহিৰত ওলমি থকা তিৰোতা বিলাকৰ পদুম ফুলৰ নিচিনা মুখবিলাক এনেভাৱে শোভা পাইছিল যেন পদুম ফুলবিলাকহে প্ৰাসাদৰ গাত লাগি আছিল ॥ ১৯ ॥

তেতিয়া ৰাজকুমাৰক দেখাৰ কৌতূহলত খুলি ৰখা খিৰিকীবোৰে আৰু তাত শাৰী শাৰী হৈ থকা যুৱতীসকলেৰে সুশোভিত হৈ উঠা অট্টালিকাবিলাকৰ দ্বাৰা সমগ্ৰ নগৰখন অপ্সৰাবিলাকেৰে সুশোভিত আৰু বিমানবিলাকৰ দ্বাৰা

শোভাসম্পন্ন হৈ উঠা স্বৰ্গৰ দৰে শোভাসম্পন্ন হৈ আছিল ॥ ২০ ॥

খিৰিকীবিলাক যথেষ্ট বহল নোহোৱাৰ কাৰণে সেই তিৰোতাবিলাকৰ ইজনীৰ কুণ্ডল সিজনীৰ গালত লাগি গৈছিল, তেনেকুৱাকৈ থকা সুন্দৰী ৰমণীসকলৰ মুখবিলাক থুপ কৰি বান্ধি থোৱা পদুম ফুলৰ থোপা ( তোৰা ) যেন হৈ শোভা পাইছিল ॥ ২১ ॥

ৰাজপথত ৰাজকুমাৰৰ পিনে তেনেভাৱে ( ওপৰৰপৰা ) তললৈ মুখ কৰি চাই থকা তিৰোতাবিলাকক ( স্বৰ্গৰপৰা ) পৃথিৱীলৈ নামি আহিব খোজা আৰু ( তলৰপৰা ) ওপৰলৈ মুখ কৰি চাই থকা পুৰুষবিলাকক ( পৃথিৱীৰপৰা ) স্বৰ্গলৈ উঠি যাব খোজা যেন দেখা গৈছিল ॥ ২২ ॥

সুন্দৰ শৰীৰ আৰু ৰাজ্যশ্ৰীৰে অতিশয় দীপ্তিমান ৰাজ-কুমাৰক দেখি সেই তিৰোতাবিলাকে "ধন্য এওঁৰ ভাৰ্যা"— এই বুলি মনে মনে ( আনে নুশুনাকৈ ) কৈ উঠিছিল ; যদিও অৱশ্যে সেই কথা তেওঁবিলাকে পবিত্ৰ মনোভাবেৰেই কৈছিল, কোনো কু-ভাৱ লৈ কোৱা নাছিল ॥ ২৩ ॥

"সুদীৰ্ঘ নিতোল বাহুৰ, সাক্ষাৎ কামদেৱৰ তুল্য ৰূপবান এই ৰাজকুমাৰেই ৰাজ্যশ্ৰী পৰিত্যাগ কৰি ধৰ্মৰ পথ গ্ৰহণ কৰিব"—এইবুলি সেই তিৰোতাবিলাকে তেওঁক লৈ গৌৰৱহে কৰিছিল ॥ ২৪ ॥

ৰাজকুমাৰে প্ৰথমবাৰ ( আগেয়ে নেদেখা ) এনেকুৱা পবিত্ৰ আৰু গম্ভীৰ সাজপাৰ পিন্ধা, বিনীত, পুৰবাসী-বিলাকেৰে জনাকীৰ্ণ হৈ পৰা ৰাজপথ দেখি কিছু ৰং পালে আৰু নিজৰ পুনৰ্জন্ম হোৱা বুলি ভাবিলে ॥ ২৫ ॥



শুদ্ধাধিবাস দেৱতাসকলে সেই নগৰ স্বৰ্গৰ দৰে হৰ্ষান্বিত হৈ উঠা দেখি ৰাজকুমাৰৰ মনত বনলৈ যোৱাৰ প্ৰবৃত্তি জগাই তুলিবৰ অৰ্থে এজন জৰাগ্ৰস্ত ( বৰ বুঢ়া ) মানুহৰ ( মায়াৰ দ্বাৰা ) সৃষ্টি কৰিলে ॥ ২৬ ॥

তেতিয়া ৰাজকুমাৰে আন সাধাৰণ মানুহৰ লগত সাদৃশ্য নথকা জৰাৰ ( বাৰ্ধক্যৰ ) দ্বাৰা আক্ৰান্ত সেই মানুহজনক দেখি স্থিৰ নিশ্চল দৃষ্টিৰে তেওঁলৈ চাই থাকিল আৰু তেওঁৰ বিষয়ে জানিবলৈ আগ্ৰহান্বিত হৈ অতি আগ্ৰহেৰে সাৰথিক সুধিলে ঃ ॥ ২৭ ॥

"সাৰথি, এইজন কোন মানুহ আহিছে ? ইয়াৰ চুলি-বিলাক বগা, হাতেৰে লাখুটিত ভৰ দি আছে, চকু দুটা ভ্ৰূৰ দ্বাৰা ঢাক খাই গৈছে, দেহটো শিথিল হৈ হালি পৰিছে । এইটো বিকাৰ নে স্বভাৱ ? অথবা ই আকস্মিক ঘটনা নে কি ?" ॥ ২৮ ॥

এনেদৰে সোধাত সেই ৰথৰ সাৰথিজনে কথাটো গোপনে ৰখা উচিত আছিল যদিও সেই শুদ্ধাধিবাস দেৱতাসকলেই তেওঁৰ বুদ্ধিভ্ৰম ঘটাই দিয়াত কথাটো প্ৰকাশ কৰিলে কি দোষ হ'ব পাৰে সেইটো বুজি নাপাই ৰাজকুমাৰক সবিনয়ে জনালে ঃ ॥ ২৯ ॥

"ৰূপৰ ( সৌন্দৰ্যৰ ) বিনাশকাৰী, বলৰ পক্ষে বিপদস্বৰূপ, শোকৰ জননী, অনুৰাগৰ ( আনন্দৰ ) পক্ষে কাল, স্মৃতিৰ ( স্মৰণ শক্তিৰ ) নাশস্বৰূপ আৰু ইন্দ্ৰিয়বিলাকৰ বৈৰী— এয়ে জৰা ( বুঢ়া ) অৱস্থা, যিটোৰ কাৰণে এই মানুহজন ভাঙি পৰিছে ॥ ৩০ ॥

"এই মানুহজনেও শিশু অৱস্থাত মাকৰ গাখীৰ খাইছিল, যথাসময়ত এওঁৱেই আকৌ মাটিত চুচৰি ফুৰিছিল, ক্ৰমে

এওঁ স্বাস্থ্যবান যুৱক ( ডেকা ) হৈ উঠিছিল আৰু ক্ৰমে ক্ৰমে সেই মানুহজনেই জৰা অৱস্থা প্ৰাপ্ত হৈছেহি ( বুঢ়া হৈ পৰিছে )" ॥ ৩১ ॥

সাৰথিয়ে এনেকৈ কোৱাত সেই ৰাজকুমাৰ অলপ বিচলিত হৈ পৰিল আৰু "মোৰো এই দোষ ( জৰা অৱস্থা ) ঘটিব-নেকি ?" বুলি সাৰথিক সুধিলে । তেতিয়া সাৰথিয়ে তেওঁক ক'লে, ॥ ৩২ ॥

"বয়স বেছি হলে আমাৰ দীৰ্ঘজীৱী বোপাৰো যে কাল-বশতঃ এই অৱস্থা হ'ব তাত কোনো সন্দেহ নাই । এনেকুৱা ৰূপবিনাশকাৰিণী জৰা অৱস্থাৰ কথা এই জগদ্বাসী লোকে জানে যদিও তাকে ইচ্ছাও কৰে" ॥ ৩৩ ॥

সুদীৰ্ঘ কল্প কাল ধৰি কৰা পুণ্য কৰ্মৰাশি যিজনৰ সঞ্চিত হৈ আছে, পূৰ্বজন্মৰ বাসনাবশতঃ শুদ্ধবুদ্ধিসম্পন্ন সেই মহাপুৰুষজনাই তেতিয়া সেই জৰা অৱস্থাৰ কথা শুনি বজ্ৰপাতৰ কাণ তালমৰা শব্দত গৰু ব্যাকুল হৈ উঠাৰ দৰে ব্যাকুল হৈ পৰিল ॥ ৩৪ ॥

সেই বুঢ়া মানুহজনলৈ আৰু ইপিনে সেই হৰ্ষান্বিত জনতাৰ পিনে চাই তেওঁ দীৰ্ঘ নিশ্বাস পেলালে আৰু মূৰ জোকাৰি অতি উদ্বিগ্নভাৱে এই কথা ক'লে, ॥ ৩৫ ॥

"এইদৰে কোনো ব্যতিক্ৰম নোহোৱাকৈ জৰা অৱস্থাই স্মৰণ শক্তি, ৰূপ ( সৌন্দৰ্য ) আৰু পৰাক্ৰম ( কৰ্মশক্তি ) নষ্ট ( নোহোৱা ) কৰিব লাগিছে অথচ এনে ঘটনা প্ৰত্যক্ষভাৱে দেখি থকা সত্ত্বেও পৃথিৱীৰ কোনো লোকৰ মনতেই একো চাঞ্চল্যৰ ( বৈৰাগ্যৰ ) সৃষ্টি হোৱা নাই ॥ ৩৬ ॥

"হে সাৰথি, এনেকৈয়ে চলিছে যেতিয়া ঘোৰা ফিৰাই লোৱা, সোনকালে ঘৰলৈয়ে যোৱা হওক । মনত জৰা অৱস্থাৰ



ভয় থাকোতে উদ্যান ভূমিলৈ ( প্ৰমোদ বন ) গৈ ক'ৰপৰা কেনেকৈ মোৰ ভাল লাগিব ?" ॥ ৩৭ ॥

তেতিয়া ৰাজপুত্ৰৰ আদেশ অনুসৰি সাৰথিয়ে ৰথ ফিৰালে আৰু তাৰপৰা আহি চিন্তাৰ বশীভূত হৈ পৰা কাৰণে সেই আগৰ ঘৰটোকে ৰাজকুমাৰৰ এটা শূন্য ঘৰ যেন লাগিল ॥ ৩৮ ॥

"জৰা, জৰা"—এইটোৱে অনবৰতে অন্তৰত সুস্পষ্টভাৱে আলোচনাৰ বিষয় হৈ থকাৰ কাৰণে তাতো ( ঘৰতো ) যেতিয়া শান্তি নোপোৱাত পৰিল তেতিয়া তেওঁ ৰজাৰ অনুমতিক্ৰমে সেই আগৰ দৰে আকৌ বাহিৰলৈ ওলাই গ'ল ॥ ৩৯ ॥

এইবেলি সেই দেৱতাবিলাকেই গোটেই ব্যাধিৰে ( ৰোগত ) আক্ৰান্ত হৈ পৰা আন এজন মানুহ সৃষ্টি কৰি পঠিয়াই দিলে । সেই মানুহজনক দেখি শুদ্ধোদনপুত্ৰই তাৰ প্ৰতি একে ধ্যানে চাই থাকিল আৰু সাৰথিক ক'লে, ॥ ৪০ ॥

"পেটটো ডাঙৰ, উশাহ-নিশাহ লওঁতে গোটেই গাটো লৰি উঠিছে, বাহু আৰু কান্ধ শিথিল হৈ হালি পৰিছে, শৰীৰটো কৃশ আৰু শেঁতা, আন এজনৰ গাত আশ্ৰয় লৈ কৰুণভাৱে 'আই ঔ', 'মাই ঔ' বুলি চিঞৰিছে, এইজন কোন মানুহ ?" ॥ ৪১ ॥

( ৰাজকুমাৰৰ কথা শুনি ) সাৰথিয়ে কলে, "সৌম্য, ( ৰস আদি ) ধাতুৰ প্ৰকোপৰপৰা হয় আৰু বৰকৈ বাঢ়ি যায়; ৰোগ নামৰ এনেকুৱা এবিধ দাৰুণ আপদ আছে, যিয়ে এই সক্ষম মানুহজনকো কাবু কৰি ( নিজে চলিব নোৱাৰা কৰি ) পেলাইছে" ॥ ৪২ ॥

সেই ৰাজকুমাৰে সকৰুণভাবে সেই (ৰোগী) মানুহজনলৈ চাই আকৌ সাৰথিক এইদৰে সুধিলে, "এই দোষটো কেৱল এই মানুহজনৰহে হৈছেনে সাধাৰণভাৱে সকলো প্ৰাণীৰে ৰোগৰ ভয় আছে ?" ॥ ৪৩ ॥

তেতিয়া ৰথৰ সাৰথিজনে ক'লে, "ৰাজকুমাৰ, এইটো প্ৰাণী মাত্ৰৰে সাধাৰণ দোষ। কিন্তু এনেকৈ নানা ৰোগৰ দ্বাৰা বৰকৈ প্ৰপীড়িত আৰু কষ্টত (যন্ত্ৰণাত) আতুৰ হৈয়ো মানুহে আনন্দ পায়" ॥ ৪৪ ॥

এইদৰে ৰোগৰ কথা শুনি তেওঁৰ (ৰাজকুমাৰৰ) মন বিষাদগ্ৰস্ত হৈ পৰিল আৰু তেওঁ পানীৰ ঢউত প্ৰতিবিম্বিত জোনটিৰ দৰে বৰকৈ কঁপিবলৈ ধৰিলে আৰু দয়াপৰবশ হৈ কিছু কোমল সুৰত এনেদৰে ক'লে, ॥ ৪৫ ॥

"প্ৰজা (প্ৰাণী) বিলাকৰ এই ৰোগ, দুখ সাক্ষাৎ দেখিও মানুহবিলাক উদাসীন হৈ থাকে। হায়! মানুহ কিযে বিপুল অজ্ঞান, তেওঁবিলাকে ৰোগভয়ৰপৰা মুক্ত হব নোৱাৰা সত্ত্বেও হাঁহি থাকে ॥ ৪৬ ॥

"সাৰথি, নগৰৰ বাহিৰত ফুৰিব নেলাগে, ৰথ ৰাজভৱনলৈকে ফিৰাই লোৱা। ৰোগ, ভয়ৰ কথা শুনি মোৰ মনটো সুখভোগৰপৰা নিবৃত্ত হৈ কোঁচখাই অহা যেন পাইছোঁ" ॥ ৪৭ ॥

তেতিয়া ৰাজকুমাৰ নিৰানন্দ মনেৰে তাৰপৰা উভতি আহি অতি চিন্তাযুক্ত হৈ ঘৰত সোমাই থাকিল। ৰজাই তেওঁক (কুমাৰক) সেইদৰে দুবাৰ ফিৰি অহা দেখি তাৰ কাৰণ অনুসন্ধান কৰিলে ॥ ৪৮ ॥

ৰজাই ফিৰি অহাৰ কাৰণ জানিব পাৰি ৰাজকুমাৰে তেওঁক পৰিত্যাগ কৰিলে বুলি বুজিব পাৰিলে আৰু মাৰ্গ শোধনৰ অধিকাৰীক (ৰাজপথ পৰিষ্কাৰ ৰখাৰ দায়িত্বত থকা কৰ্মচাৰীক) ধমক দিলে ; কিন্তু তেওঁৰ প্ৰতি ৰুষ্ট হৈয়ো (খং কৰিও) কোনো উগ্ৰদণ্ড বিধান নকৰিলে ॥ ৪৯ ॥



'ইন্দ্ৰিয়বিলাক স্বভাৱতে চঞ্চল গতিকে বিষয়ত আসক্ত হৈ পৰিলে পুত্ৰই আমাক ত্যাগ নকৰিবও পাৰে'—এই আশা কৰি ৰজাই পুনৰ্বাৰ পুত্ৰৰ অৰ্থে বিবিধ প্ৰকাৰ লোভনীয় ভোগ্য বিষয় প্ৰদৰ্শনৰ ব্যৱস্থা কৰিলে ॥ ৫০ ॥

যেতিয়া তেওঁৰ পুত্ৰই অন্তঃপুৰত শব্দ আদি সকলোবিধ ইন্দ্ৰিয় বিষয়ৰ কোনো এবিধৰ দ্বাৰাও আমোদ নোপোৱাত পৰিল তেতিয়া 'আন প্ৰকাৰ ৰসৰ আস্বাদ (সোৱাদ) পাওকচোন বাৰু' এইবুলি ভাবি ৰজাই পুতেকক বাহিৰলৈ যাবলৈ আদেশ দিলে ॥ ৫১ ॥

তেওঁ পুত্ৰৰ ভাব-গতি বুজি পাই স্নেহবশতঃ বিষয় ভোগৰ প্ৰতি আসক্তিৰ কোনো দোষৰ বিষয়ে চিন্তা নকৰাকৈয়ে ললিত-কলাত নিপুণ সুযোগ্যা, মুখ্য মুখ্য বেশ্যাবিলাকক ৰাজকুমাৰৰ লগত থাকিবলৈ আদেশ দিছিল ॥ ৫২ ॥

তেতিয়া ৰাজপথ বিশেষভাৱে অলঙ্কৃত কৰি সজোৱা আৰু পৰীক্ষা কৰি চোৱা হৈ যোৱাৰ পিচত ৰজাই আগৰ ৰথ আৰু সাৰথি পৰিৱৰ্তন কৰি ৰাজকুমাৰক আকৌ বাহিৰলৈ পঠালে ॥ ৫৩ ॥

ৰাজকুমাৰ আকৌ সেইদৰে (বাটত ওলাই) যাবলৈ ধৰাত সেই দেৱতাসকলেই এটা মৰা মানুহ সৃজিলে। বাটত সেই মৰা মানুহটোক কঢ়িয়াই লৈ অহা অকল ৰাজকুমাৰ আৰু সাৰথিজনেহে দেখিলে, আন কোনেও দেখা নেপালে ॥ ৫৪ ॥

মৰা মানুহটোক দেখি তেতিয়া ৰাজপুত্ৰই সাৰথিক কলে, "এই চাৰিজন মানুহে যে কঢ়িয়াই নিছে এওঁ কোন? শোকাকুল মানুহবিলাক এওঁৰ পিচে পিচে গৈছে আৰু এওঁক অলঙ্কৃত কৰি সজাইছে, অথচ এওঁৰ কাৰণে কান্দিছেও ॥" ৫৫ ॥

তাৰ পিচত আচল কথাটো কোৱা অনুচিত আছিল যদিও বিশুদ্ধ অন্তঃকৰণ সম্পন্ন শুদ্ধাধিবাস দেৱতা-সকলোৱে মনত প্ৰভাৱ পেলোৱা কাৰণে সাৰথি-জনে তেওঁৰ প্ৰভুৰ আগত এই আচল কথাটো কৈ পেলালে, ॥ ৫৬ ॥

"বুদ্ধি, ইন্দ্ৰিয়, প্ৰাণ আৰু গুণৰপৰা বিযুক্ত (এৰা পৰি) চৈতন্যহীন খেৰ-কাঠৰ দৰে হৈ কোনোবা এইজন চিৰকালৰ দৰে টোপনি গৈছে (মৰিছে)। এওঁক ইমান-দিনে যত্নেৰে পুহি-পালি ডাঙৰ কৰি এতিয়া প্ৰিয়-অপ্ৰিয় সকলো পৰিত্যাগ কৰিছে" ॥ ৫৭ ॥

তেওঁ (ৰাজকুমাৰে) ৰথচালকৰ এই কথা শুনি অলপ বিচলিত (ব্যগ্ৰ) হৈ পৰিল আৰু তেওঁক (সাৰথিক) সুধিলে, "এইটো কেৱল এই মানুহজনৰহে ধৰ্ম (স্বভাৱ) নে সকলো প্ৰাণীৰ বাবেই এদিন এইদৰে অন্তিম দশা উপস্থিত হয়?" ॥ ৫৮ ॥

তেতিয়া ৰথচালকে তেওঁক কলে, যে সকলো প্ৰাণীৰে এইটো চৰম পৰিণতি; হীনৰে হওক বা মধ্যমৰে হওক, অথবা মহাত্মা লোকৰে হওক জগতত যিকোনো লোকৰে এই বিনাশ অপৰিহাৰ্য (মৰণ নিশ্চিত)। ৫৯ ॥

তাৰ পিচত সেই ৰাজপুত্ৰ ধৈৰ্যশীল হোৱা সত্ত্বেও মৰণৰ কথা শুনি তৎক্ষণাৎ বিষণ্ণ (বিষাদগ্ৰস্ত) হৈ পৰিল আৰু



কান্ধৰ ওপৰত হাতৰ গদি ৰাখি তাত মুখৰ ভৰ দি (গালত হাত দি) গম্ভীৰ স্বৰেৰে ক'লে, ॥ ৬০ ॥

"প্ৰাণীবিলাকৰ এই শেষ অৱস্থা (মৃত্যু) অৱশ্যম্ভাৱী তথাপি মানুহে ভয় এৰি মোহিত হৈ (ভুলৰ মাজেদিয়ে) চলি আহিছে। মই ভাবোঁ মানুহৰ মন বৰ দৃঢ় কাৰণ তেওঁবিলাকে এনেকৈ মৃত্যুৰ পথত বিচৰণ কৰিও সুস্থভাৱে চলি আছে। ৬১ ॥

"সেই কাৰণে, হে সাৰথি, ৰথ ফিৰাই লোৱা; মই প্ৰমোদ উদ্যানলৈ যাব নোখোজোঁ। এই জগতত নিশ্চিত বিনাশৰ কথা জানিও এই বিপদৰ সময়ত সচেতন লোকে (জীয়া মানুহে) কেনেকৈ ইয়াত (ভোগত) বিভোৰ হৈ থাকিব পাৰে?" ॥ ৬২ ॥

ৰাজপুত্ৰই এনেকৈ কোৱা সত্ত্বেও সাৰথিয়ে সেই ৰথ নিফিৰালে। কুমাৰৰ প্ৰমোদ ভ্ৰমণৰ অৰ্থে সেই ৰথ বিশেষ ভাৱে সাজু কৰা হৈছিল গতিকে ৰজাৰ আদেশ মতে তেওঁ তাক পদ্মষণ্ড নামৰ বনলৈকে আগবঢ়াই লৈ গ'ল ॥ ৬৩ ॥

তাৰ পিচত তেওঁ য'ত সৰু সৰু গছপুলিবোৰ ফুলেৰে জকমকীয়া হৈ আছে, আনন্দত মতলীয়া কুলিবোৰে চাৰিওপিনে ঘূৰি ফুৰিব লাগিছে, দীঘিবোৰ (দীঘলীয়া জলাশয়বিলাক) পদুম ফুলেৰে সুন্দৰ হৈ উঠিছে, সেই স্বৰ্গীয় বিমানৰ নিচিনা তথা নন্দনকাননৰ তুল্য মঙ্গলময় প্ৰমোদ বনখন দেখা পালেগৈ ॥ ৬৪ ॥

তাৰ পিচত নতুন ব্ৰতী আৰু ব্ৰত পালনত বিঘিনি ঘটাৰ ভয়ত কাতৰ হৈ পৰা মুনি এজনক শ্ৰেষ্ঠ অপেস্বৰা-বিলাকেৰে পৰিপূৰ্ণ অলকাধিপতি কুবেৰৰ ভৱনলৈ লৈ

যোৱাৰ দৰে সেই ৰাজকুমাৰজনাক অতি উত্তম সুন্দৰী ৰমণী সকলেৰে পৰিপূৰ্ণ সেই বনখনৰ পিনে বলেৰে লৈ যোৱা হৈছিল ॥ ৬৫ ॥

শ্ৰীমহামণ্ডলেশ্বৰৰ মন্ত্ৰী অশ্বঘোষ ৰচিত 'বুদ্ধচৰিত মহাকাব্য 'সংবেগোৎপত্তি' নামেৰে তৃতীয় সৰ্গৰ ইমানতে সামৰণি পৰিল ॥ ৩ ॥

# চতুৰ্থ সৰ্গ
## যুৱতী বিলাসত বিঘিনি

তাৰ পিচত ( ৰাজকুমাৰক দেখা পোৱাৰ ) হেপাহত চকু চঞ্চল হৈ উঠা সুন্দৰী তিৰোতাবিলাকে প্ৰথমতে সেই প্ৰমোদ বনৰপৰা ওলাই ( কন্যাৰ ঘৰলৈ আহি পোৱা ) ধুনীয়া দৰাটিক আগবঢ়াবলৈ অহাৰ দৰে ৰাজকুমাৰক আগবঢ়াই নিবলৈ আহিল ॥ ১ ॥

( ৰাজকুমাৰৰ ৰূপ দেখি ) বিস্ময়ত চকু উৎফুল্ল হৈ উঠা সেই ৰমণীসকলে তেওঁৰ ওচৰলৈ আহি পদ্মকলিৰ দৰে হাতেৰে স্বাগত সৎকাৰ কৰিলে ॥ ২ ॥

সেই ৰমণীসকলৰ মন কামনাৰ কাৰণে চঞ্চল হৈ উঠিছিল, তেওঁবিলাকে প্ৰেমৰশতঃ বিকশিত হোৱা নিশ্চল চকুৰে তেওঁক বেঢ়ি ধৰিছিল ॥ ৩ ॥

তেওঁলোকে অলঙ্কাৰসদৃশ সহজাত ( স্বাভাবিক ) সুলক্ষণ-বিলাকেৰে বিভূষিত সেই ৰাজকুমাৰক মূৰ্তিমান কামদেৱ বুলি ভাবিছিল ॥ ৪ ॥

শান্ত আৰু ধীৰ স্বভাৱ হোৱা কাৰণে কোনো কোনোৱে তেওঁক পৃথিৱীলৈ নামি অহা সাক্ষাৎ অমৃতময় কিৰণৰ চন্দ্ৰ যেন পাইছিল ॥ ৫ ॥

তেওঁ শৰীৰৰ ( সৌন্দৰ্যৰ ) দ্বাৰা আকৃষ্ট হৈ সেই ৰমণী-সকলে ( নিজক ) সংযত কৰিবলৈ যত্ন কৰিলে আৰু ইজনীয়ে সিজনীলৈ চাই ধীৰে ধীৰে দীঘল হুমুনিয়াহ কাঢ়িবলৈ ধৰিলে ॥ ৬ ॥

এইদৰে তেওঁলোকে কেৱল চকুৰে তেওঁক চাইহে আছিল, তেওঁৰ প্ৰভাৱৰ দ্বাৰা স্তব্ধ হৈ একো ক'বও পৰা নাছিল, হাঁহিবও পৰা নাছিল ॥ ৭ ॥

তেওঁবিলাকক সেইদৰে নিষ্ক্ৰিয় আৰু প্ৰেমবিহ্বল হৈ থকা দেখি ৰাজপুৰোহিতৰ পুতেক বুদ্ধিমান উদায়ীয়ে এই কথা কৈছিল, । ৮ ॥

"তোমালোক সকলোৱে সকলো কলাত পাৰ্গত, আনৰ মনৰ কথা বুজাতো নিপুণ ; তোমালোক ৰূপৱতী আৰু চতুৰা, গতিকে নিজগুণেৰেই তোমালোকে প্ৰাধান্য লাভ কৰিছাহঁক ॥ ৯ ॥

"তোমালোকে এই গুণবিলাকেৰে উত্তৰকুৰু দেশকো তথা কুবেৰৰ প্ৰমোদ বনকো অধিক শোভাসম্পন্ন কৰি তুলিব পাৰা, পৃথিৱীৰতো কথাই নাই ॥ ১০ ॥

"বিষয়ত বিৰাগী ঋষিসকলকো বিচলিত কৰিবলৈ, আনকি অপেস্বৰাসকলৰ দ্বাৰা পৰিতৃপ্ত দেৱতাসকলকো বশীভূত কৰিবলৈ তোমালোক সক্ষম ॥ ১১ ॥

"ভাবজ্ঞান, কামবিলাস-প্ৰদৰ্শন, সৌন্দৰ্য-চাতুৰ্যৰ বৈভৱৰ দ্বাৰা তোমালোকে তিৰোতাৰো মন অনুৰাগৰঞ্জিত কৰি তুলিব পাৰা, পুৰুষৰতো কথাই নাই ॥ ১২ ॥

"এনেহেন তোমালোকে নিজৰ কামত নিযুক্ত থাকি এই যে এনেকুৱা চেষ্টা কৰিছা সি কেতিয়াও সফল নহ'ব ॥ [ পাঠান্তৰ পক্ষে, তোমালোকৰ এই সৰল ভাৱৰ চাল-চলনৰ দ্বাৰা মই সন্তোষ পোৱা নাই ॥ ] ॥ ১৩ ॥

"তোমালোকৰ কাৰ্য লাজত চকু কোঁচখাই যোৱা ন কইনাৰ দৰে, অথবা গোৱালৰ তিৰোতাসকলৰ চাল-চলন যেন হে হৈছে ॥ ১৪ ॥



"যদিও এই ৰাজকুমাৰ ধীৰ আৰু ৰাজশ্ৰীৰ প্ৰভাৱত এজন শ্ৰেষ্ঠ লোক তথাপি তিৰোতাৰো যে মহান প্ৰভাৱ আছে এই কথাৰ ইয়াতেই প্ৰমাণ কৰিব লাগিব ॥ ১৫ ॥

"পুৰণি কালত দেৱতাসকলৰো অপৰাজেয় মহা শক্তিশালী ঋষি ব্যাসদেৱকো কাশীৰ সুন্দৰী বেশ্যা এজনীয়ে ভৰিৰে প্ৰহাৰ কৰিছিল ॥ ১৬ ॥

"আগৰ কালত মন্থাল গৌতম নামেৰে ভিক্ষু এজনে জঙ্ঘা নামৰ শ্ৰেষ্ঠ বেশ্যা এজনীৰ মন যোগোৱাৰ ইচ্ছাত তাইৰ কাৰণে ধন আৰ্জিবলৈ মৰা শ কঢ়িয়াইছিল ॥ ১৭ ॥

"দীৰ্ঘজীৱী মহাতপস্বী মহৰ্ষি গৌতমক নীহ জাতি আৰু বংশত জন্ম লোৱা এজনী তিৰোতাই প্ৰলোভিত কৰিছিল ॥ ১৮ ॥

"সেইদৰেই তিৰোতাৰ বিষয়ে অনভিজ্ঞ, মুনিপুত্ৰ ঋষ্য-শৃঙ্গক শান্তাই বিবিধ উপায়েৰে বশ কৰিছিল আৰু হৰণ কৰি আনিছিল ॥ ১৯ ॥

"মহাতপস্বী ধ্যানমগ্ন মহৰ্ষি বিশ্বামিত্ৰৰো মন ঘৃতাচী অপেস্বৰাই এনেভাৱে হৰণ কৰিছিল যে তেতিয়া ( অপেস্বৰা-জনীৰ লগত থাকি ) তেওঁ দহটা বছৰক এদিন বুলিহে ভাবিছিল ॥ ২০ ॥

"এওঁবিলাককে আদি কৰি আৰু তেনেকুৱা বহুত ঋষিৰ তিৰোতাই মনৰ বিকৃতি ( ভাবান্তৰ ) ঘটাইছিল ; এনে স্থলত এই ভৰ ডেকা বয়সৰ সুকুমাৰ ( সুন্দৰ ) ৰাজপুত্ৰজনৰ কথাই নাই ॥ ২১ ॥

"এয়ে ( কুমাৰক ভুলোৱাটোৱে ) আচল কথা যেতিয়া তোমালোকে আত্মবিশ্বাস সহকাৰে ( অবিচলিতভাৱে ) এনে-

ভাৱে প্ৰচেষ্টা চলোৱা যাতে এই ৰজাৰ বংশৰ ৰাজলক্ষ্মী এই বংশৰপৰা বিমুখ হৈ যাবলগাত নপৰে ॥ ২২ ॥

"যিকোনো যুৱতী নাৰীয়ে নিজৰ সমান স্বভাৱসম্পন্ন যুৱক এজনৰ মন হৰণ কৰিব পাৰে; যিসকলে নিজতকৈ উৎকৃষ্টই হওক বা নিকৃষ্টই হওক, যিকোনো লোকৰে মন আকৰ্ষণ কৰি লব পাৰে সেইবিলাকহে আচলতে তিৰোতা" ॥ ২৩ ॥

উদায়ীৰ এই কথা শুনি সেই তিৰোতাবিলাকে গাত কাঁইটে বিন্ধা যেন পালে আৰু কুমাৰক বশ কৰিবৰ কাৰণে বৰ উৎসাহেৰে নিজক সাজু ( প্ৰস্তুত ) কৰি ললে ॥ ২৪ ॥

সেই তিৰোতাবিলাকে ভ্ৰূভঙ্গী, কটাক্ষ দৃষ্টি, ভাৱবিলাস মিচিকিয়া হাঁহি আৰু লয়লাস গতিৰে বৰ ভয়ে ভয়ে যেন কুমাৰৰ মন আকৰ্ষণ কৰিবলৈ চেষ্টা কৰিবলৈ ধৰিলে ॥ ২৫ ॥

ৰজাৰ আদেশলৈ চাই কুমাৰৰ সুকুমাৰ ভাবৰ কাৰণে তথা কাম আৰু মত্ততাৰ অধীন হৈ তিৰোতাবিলাকৰ নিজৰ ওপৰত হোৱা অবিশ্বাস অতি সোনকালে আঁতৰি গ'ল ॥ ২৬ ॥

তাৰ পিচত এই ৰমণীবিলাকৰ দ্বাৰা পৰিবেষ্টিত হৈ ৰাজকুমাৰে হস্তিনীৰ পালৰ লগত গজৰাজে হিমালয় পৰ্বতৰ বনত বিচৰণ কৰাৰ দৰে সেই বনত বিহাৰ কৰি ফুৰিব ধৰিলে ॥ ২৭ ॥

সেই ৰম্য বনত ৰমণীবিলাকক আগত লৈ তেওঁ ( ৰাজকুমাৰ ) অপ্সৰাৰে পৰিবেষ্টিত হৈ সূৰ্যদেৱ বিভ্ৰাজ নামৰ দেৱলোকৰ প্ৰমোদ স্থলীত ( খেল পথাৰত ) জিলিকি উঠাৰ দৰে জিলিকি উঠিল ॥ ২৮ ॥



তাত কিছুমান যুৱতী নাৰীয়ে সঁচাকৈয়ে কামনামদত মত্ত হৈ কঠিন, স্থূল, পৰস্পৰ লগালগি উন্নত আৰু দৰ্শনীয় স্তনযুগলেৰে তেওঁক স্পৰ্শ কৰিলে ॥ ২৯ ॥

শিথিল কান্ধৰপৰা ওলমি পৰা কোমল আৰু চিকুণ বাহুলতাৰে সুশোভিতা কোনোজনী ধুনীয়া নৱ যুৱতীয়ে মিছাকৈয়ে পৰি যোৱাৰ ভাও জুৰি জোৰেৰে তেওঁক সাৱটি ধৰিলে ॥ ৩০ ॥

কোনোজনীয়ে আকৌ তামৰঙা ওঠযুক্ত মদিৰাৰ গন্ধেৰে আমোদিত হৈ থকা মুখেৰে "এই গোপন কথাটো শুনকচোন" বুলি তেওঁৰ কাণৰ কাষত ( গালত ) নিশ্বাস কাঢ়িলে অৰ্থাৎ চুমা খালে ॥ ৩১ ॥

তেওঁৰ হাতৰ পৰশ পোৱাৰ লালসাত ( চন্দনৰ ) অনুলেপনেৰে সিক্ত হৈ থকা কোনো কোনোজনীয়ে ( হাতত ধৰি ) "ইয়াতে সেৱা কৰক" বুলি কৈ তেওঁক যেন আদেশহে দিছিল ॥ ৩২ ॥

আন কোনোজনী যুৱতীয়ে আকৌ মত্ততাবশতঃ পনঃ মিছা অজুহাত দেখুৱাই কঁকালৰ কাঞ্চিদাম যাতে দেখা হৈ পৰে এনেভাৱে গাৰ নীলা কাপোৰ সোলোকাই দি মাজে মাজে বিজুলীৰ পোহৰত চিকমিকাই উঠা নিশাৰ দৰে শোভা পাইছিল ॥ ৩৩ ॥

কোনো কোনোজনীয়ে আকৌ ৰুণুঝুনুকৈ বাজি থকা সোণৰ কাঞ্চিদামেৰে সুশোভিত, অতি মিহি বস্ত্ৰাভৰণেৰে আবৃত নিতম্বদেশ তেওঁক দেখুৱাই ইপিনে সিপিনে ঘূৰি ফুৰিছিল ॥ ৩৪॥

আন কোনোজনীয়ে সোণৰ ঘটৰ নিচিনা সুন্দৰ নিপোটল পয়োধৰ দেখুৱাই ফুলি থকা আমৰ ডালত ধৰি ওলমিছিল ॥ ৩৫ ॥

কোনোজনী পদ্মলোচনা ৰমণীয়ে পদুম বনৰপৰা হাতত পদুম লৈ আহি সেই পদুমমুখীয়া ৰাজকুমাৰৰ ওচৰত মূৰ্তিমতী পদুমৰ শোভাৰ দৰে হৈ থিয় হৈ আছিল ॥ ৩৬ ॥

কোনোজনীয়ে অভিনয় সহকাৰে অৰ্থপূৰ্ণ মধুৰ গীত গাইছিল আৰু তেতিয়াও প্ৰকৃতিস্থ হৈ ( অবিচলিতভাৱে ) থকা ৰাজকুমাৰক সচেষ্ট ( বিচলিত ) কৰিবৰ উদ্দেশ্যে চকুৰ ইঙ্গিতেৰে যেন "তুমি বঞ্চিত হৈছা" বুলি বুজাই দিছিল । ৩৭ ॥

আন কোনোজনীয়ে ভ্ৰূকুটি ৰূপ ধনুৰ কটাক্ষৰূপ গুণ টানি বীৰৰ ভঙ্গিমাৰে যেন সুন্দৰ মুখখন ফিৰাই তেওঁৰ গতিৰ অনুকৰণ কৰিছিল ॥ ৩৮ ॥

নিপোটল উন্নত স্তনৰ আৰু বতাহত কুণ্ডল দুলি থকা কোনোজনী যুৱতীয়ে "আপোনাৰ কাম শেষ কৰক" এই বুলি কৈ ডাঙৰকৈ ৰাজকুমাৰক উপহাস কৰিছিল ॥ ৩৯ ॥

তেওঁ আঁতৰি যাব খুজিলে আন কোনোজনীয়ে তেওঁক ফুলৰ মালাৰে বান্ধি ৰাখিছিল, কোনোজনীয়েবা আক্ষেপ-যুক্ত অথচ মধুৰ বাক্যৰূপ অঙ্কুশৰ দ্বাৰা ধৰি ৰাখিছিল ॥ ৪০ ॥

কোনোজনী মদবিহ্বলা যুৱতীয়ে প্ৰতিযোগিতা ( অৰিয়াঅৰি ) কৰাৰ উদ্দেশ্যে আমৰ মঞ্জৰী হাতত লৈ "এই ফুল কাৰ" বুলি সুধিছিল ॥ ৪১ ॥

কোনোজনীয়ে পুৰুষৰ দৰে গতি আৰু ভাব-ভঙ্গী কৰি তেওঁক কৈছিল, "তোমাক তিৰোতাই জিনিছে, এতিয়া তুমি এই পৃথিৱীখন জিনি ( জয় কৰি ) লোৱা বাৰু" ॥ ৪২ ॥

আকৌ কোনোবাজনী চঞ্চলমনা ৰমণীয়ে নীলা পদুম এটা সুঙি বিভোৰ হৈ অস্পষ্ট মধুৰ ভাষাৰে ৰাজকুমাৰক কৈছিল, ॥ ৪৩ ॥



"হে স্বামী, মধুৰ সুগন্ধি ফুলবোৰেৰে উপচি পৰা এই আমগছজোপালৈ চাওক, তাত কুলিটিয়ে এনেকৈ মাতিব লাগিছে যেন তাক সোণৰ সজাত বন্দী কৰিহে ৰখা হৈছে ॥ ৪৪ ॥

"প্ৰেমিকৰ প্ৰিয় বিয়োগ-শোক বঢ়োৱা সেই অশোক জোপাৰ পিনে চাওক য'ত ভ্ৰমৰবিলাকে এনেভাৱে গুঞ্জন কৰিব ধৰিছে যেন সিহঁতক জুয়েহে পৰিছে ৪৫ ॥

"আমগছ এজোপাই ডালেৰে আঁকোৱালি ধৰি থকা এই তিলক গজজোপালৈ চাওকচোন, দেখিলে এনেহে লাগে যেন হালধীয়া অঙ্গৰাগেৰে বিভূষিতা এজনী তিৰোতাই বগা কাপোৰ পিন্ধা কোনো পুৰুষকহে সাৱটি আছে ॥ ৪৬ ॥

"এই আলতাৰ বোল ( ৰং ) চটিয়াই থকা, ফুলা কুৰুবকজোপাৰ পিনে চাওক, এই গছজোপাই তিৰোতা-বিলাকৰ নখৰ বোলৰ দ্বাৰা তিৰস্কৃত ( অপমানিত ) হৈ লাজতহে যেন তলমূৰ কৰি আছে ॥ ৪৭ ॥

"নতুন পাতেৰে ভৰপূৰ হৈ থকা এই অশোকৰ পুলিটিলৈ চাওক, ইয়ো আমাৰ হাতৰ শোভা দেখি লাজতে এনেকৈ ( তলমূৰ হৈ ) আছে যেন পাওঁ ॥ ৪৮ ॥

"পাৰত থকা সিন্ধুযাৰ গছে আৱৰি থকা এই পুষ্কৰিণী-টোলৈ চাওক, ই যেন এজনী বগা কাপোৰ উৰি শুই থকা ধুনীয়া তিৰোতাহে ॥ ৪৯ ॥

"তিৰোতাবিলাকৰ মাহাত্ম্য চাই লওক, সৌ পানীত চকোৱাটোৱে তাৰ মাইকী ( চাকৈ ) জনীৰ অনুগত হৈ পিছে পিছে লগুৱাৰ দৰে যাব লাগিছে ॥ ৫০ ॥

"মদমত্ত হৈ ৰাৱ পাৰি থকা ( যাক পৰে অৰ্থাৎ কাউৰীয়ে পুহি-পালি ডাঙৰ কৰে সেই ) কুলিৰ মাত

শুনক, তাৰ মাতৰ পিচতে মাত দি আৰু আন এটা কুলিয়ে তাৰ কথা শলাগি থকা যেন শুনা যায় ॥ ৫১ ॥

"সঁচাকৈয়ে বসন্ত ঋতুৱে চৰাইবিলাককো মতলীয়া কৰিছে, কিন্তু অচিন্ত্য আত্মাৰ বিষয়ে চিন্তা কৰোঁতা, নিজক জ্ঞানী বুলি ভবা মানুহজনকহে মতলীয়া কৰিব পৰা নাই" ॥ ৫২ ॥

কামৰ দ্বাৰা চিত্ত উদ্বাউল হৈ পৰা সেই যুৱতীসকলে এইদৰে ( কামনাৰ উত্তেজক ) নানা উপায়েৰে ৰাজকুমাৰক আকৰ্ষণ কৰিবলৈ যত্ন কৰিলে ॥ ৫৩ ॥

ধৈৰ্যৰ দ্বাৰা ইন্দ্ৰিয়বিলাক সংযত হৈ থকাৰ কাৰণে তিৰোতাবিলাকে এনেকৈ আকৰ্ষণ কৰি থকা সত্ত্বেও 'অৱশ্যে মৰিব লাগিব' এই চিন্তাত উদ্বিগ্ন হৈ ৰাজকুমাৰে হৰ্ষান্বিত হ'বও নোৱাৰিলে আৰু হাঁহিবও নোৱাৰিলে ॥ ৫৪ ॥

সেই মহাপুৰুষজনাই তেওঁবিলাকক ( তিৰোবিলাকক ) তত্ত্বজ্ঞানৰ পথত নথকা দেখি সমান ধৈৰ্য আৰু উদ্বেগেৰে চিন্তা কৰিব ধৰিলে : ॥ ৫৫ ॥

"যৌৱন যে চঞ্চল এই কথা এই তিৰোতাবিলাকে নেজানে জানো ? কাৰণ যৌৱন যিমানেই ৰূপসম্পন্ন হওক তাকতো জৰাই ( বাৰ্ধক্য ) বিনাশ কৰিবই ॥ ৫৬ ॥

"বোধহয় এওঁলোকে কোনো মানুহৰ ৰোগব্যাকুল অৱস্থা দেখা নেপায়, সেইকাৰণে তেওঁলোকে এই ৰোগময় পৃথিৱীত ৰংমনে আছে ॥ ৫৭ ॥

"যি মৃত্যুৱে সকলোকে হৰণ কৰি নিয়ে সেই মৃত্যুৰ বিষয়ে যে এওঁলোক অনভিজ্ঞ সেইটো সুস্পষ্ট । সেই কাৰণেই সুখী আৰু নিশ্চিন্ত হৈ ৰং-ধেমালি কৰিছে আৰু হাঁহিছে ॥ ৫৮ ॥



"জৰা, ব্যাধি আৰু মৃত্যুৰ কথা জানিও কোন বুদ্ধিমান মানুহে সুস্থভাৱে থিয় দি ( নিশ্চেষ্ট হৈ ) থাকিব পাৰে, নাইবা শুই থাকিব পাৰে ? আৰু হাঁহিব পাৰে বুলিতো ভাবিবই নোৱাৰি ॥ ৫৯ ॥

"যি মানুহে জৰাজীৰ্ণ, ব্যাধিগ্ৰস্ত আৰু মৃত্যুৰ মুখত পৰা আনলোকক দেখিও সুস্থভাৱে থাকে, উদ্বিগ্ন হৈ নপৰে সেই মানুহ নিৰ্জীৱ পদাৰ্থ সদৃশ ॥ ৬০ ॥

"কাৰণ কোনো গছৰ ফুল আৰু ফল নোহোৱা হ'লে অথবা সেই গছ কটা গ'লে বা বাগৰি পৰিলে তাৰ কাৰণে আন গছে শোক নকৰে" ॥ ৬১ ॥

তেওঁক ( ৰাজকুমাৰক ) এনেদৰে ধ্যানমগ্ন হৈ থকা আৰু বিষয়ৰ প্ৰতি নিস্পৃহ হৈ পৰা দেখি তেওঁৰ পৰম সুহৃদ, নীতিশাস্ত্ৰজ্ঞ উদায়ীয়ে ক'লে, ॥ ৬২ ॥

"মহাৰাজে নিশ্চয় মোক যোগ্য লোক বুলি বিবেচনা কৰিয়ে তোমাৰ মিত্ৰৰূপে নিযুক্ত কৰিছে। সেইকাৰণে তোমাক ভাল পাওঁ বুলিয়ে মোৰ তোমাক কবলৈ মন গৈছে ॥ ৬৩ ॥

"অহিতকৰ ( বিপজ্জনক ) কাৰ্যৰপৰা নিষেধ, হিতজনক ( সম্পদজনক ) কাৰ্যত প্ৰৱৰ্তন আৰু বিপদৰ সময়তো অপৰিত্যাগ (এৰা নিদিয়া) এই তিনিবিধ মিত্ৰৰ লক্ষণ ॥ ৬৪ ॥

"সেইকাৰণে মই তোমাৰ লগত মিত্ৰতাৰ প্ৰতিশ্ৰুতি দি যদি পুৰুষাৰ্থৰপৰা বিমুখ হ'ব খোজা অৱস্থাত তোমাক উপেক্ষা কৰোঁ অৰ্থাৎ যদি তোমাক পুৰুষাৰ্থত প্ৰবৃত্ত কৰাবলৈ যত্ন নকৰো তেন্তে মোৰ গাত মিত্ৰৰ গুণ নাথাকিব ॥ ৬৫ ॥

"সেইকাৰণে তোমাৰ সুহৃদ হিচাপে মই কওঁ যে তোমাৰ লেখিয়া স্বাস্থ্যবান যুৱক এজনৰ পক্ষে তিৰোতাৰ

প্ৰতি এনেকুৱা উদাসীনতা ( উপেক্ষা ভাব ) সমুচিত নহয় ॥ ৬৬ ॥

"তিৰোতাৰ লাজ ভাঙিবৰ অৰ্থে তথা নিজৰ মনোৰঞ্জনৰ অৰ্থে মিছাই ( দেখাত ) হলেও তেওঁবিলাকৰ মন যোগাই চলা উচিত ॥ ৬৭ ॥

"নম্ৰতা আৰু ( তেওঁবিলাকৰ ) মন যোগাই চলাটোৱে তিৰোতাৰ হৃদয়ৰ বন্ধন ( হৃদয় জয় কৰাৰ উপায় )। কাৰণ গুণৰ পৰাই ( সদ্ভাৱৰপৰাই ) প্ৰেম ওপজে আৰু নাৰীয়ে সদায় সন্মানকে বিচাৰে ॥ ৬৮ ॥

"সেই কাৰণেই বিশাললোচন, হৃদয় যদি তিৰোতাৰ প্ৰতি বিমুখো হয় তথাপি এই ৰূপৰ ( সৌন্দৰ্যৰ ) অনুৰূপ ভাৱে তিৰোতাৰ প্ৰতি ভদ্ৰোচিত ব্যৱহাৰ কৰিব লাগে ॥ ৬৯ ॥

"ভদ্ৰ ব্যৱহাৰেই তিৰোতাৰ ঔষধ, ভদ্ৰ ব্যৱহাৰ তিৰোতাৰ কাৰণে শ্ৰেষ্ঠ অলঙ্কাৰ, ভদ্ৰ ব্যৱহাৰৰিহীন ৰূপ ( সৌন্দৰ্য ) ফুল নোহোৱা ফুলনিৰ নিচিনা ॥ ৭০ ॥

"আৰু অকল ভদ্ৰতা ( সৌজন্য ) দেখুৱালেইবা কি হব? এওঁবিলাকক অন্তৰেৰে গ্ৰহণ কৰিব লাগে। তুমি এই দুৰ্লভ বিষয়ভোগৰ সুযোগ পাই তাক অৱহেলা কৰা উচিত নহয় ॥ ৭১ ॥

"কামেই যে উত্তম পুৰুষাৰ্থ এই কথা বুজি পায়ে পুৰণি কালত ইন্দ্ৰই নিজে দেৱতা হৈয়ো গৌতম মুনিৰ পত্নী অহল্যাৰ প্ৰেমত পৰিছিল ॥ ৭২ ॥

"প্ৰবাদ আছে যে অগস্ত্য মুনিয়ে চন্দ্ৰৰ ভাৰ্যা ৰোহিণীক পাবলৈ বিচাৰিছিল; সেই কাৰণেহে ৰোহিণীৰ নিচিনা ৰূপৱতী লোপমুদ্ৰাক তেওঁ লাভ কৰিলে ॥ ৭৩ ॥



"মহাতপস্বী বৃহস্পতিয়ে উতথ্যৰ ভাৰ্যা আৰু মৰুতৰ জীয়েক মমতাৰ গৰ্ভত ভৰদ্বাজক জন্ম দিছিল ॥ ৭৪ ॥

"বৃহস্পতিৰ ভাৰ্যা জুহ্বতীৰ গৰ্ভত যজ্ঞকাৰীসকলৰ ভিতৰত শ্ৰেষ্ঠ চন্দ্ৰই দেৱতুল্য কৰ্মনিপুণ বুধক জন্ম দিছিল ॥ ৭৫ ॥

"পুৰণি কালত কাৰণেই পৰাশৰ মুনিয়ে মাছৰপৰা ওপজা কালী নামৰ কুমাৰীজনীৰ প্ৰতি অনুৰাগবশতঃ তেওঁৰ লগত যমুনাৰ পাৰত সহবাস কৰিছিল ॥ ৭৬ ॥

"বশিষ্ঠ মুনিয়ে ৰতিক্ৰীড়াৰ কামনাতে গৰ্হিত মতঙ্গকন্যা ( চণ্ডালকন্যা ) অক্ষমালাৰ গৰ্ভত কপিঞ্জলাদ নামে পুত্ৰৰ জন্ম দিছিল ॥ ৭৭ ॥

"বুঢ়াকালতো ৰাজৰ্ষি যযাতিয়ে চৈত্ৰৰথ বনত বিশ্বাচী নামৰ অপ্সৰাৰ লগত ৰতিক্ৰীড়া কৰিছিল ॥ ৭৮ ॥

"কুৰুবংশোদ্ভৱ পাণ্ডুৱে তিৰোতাৰ লগত সহবাস তেওঁৰ পক্ষে প্ৰাণান্তকাৰী বুলি জানিও মাদ্ৰীৰ ৰূপ-গুণত মোহিত হৈ তেওঁৰ লগত কামসুখ উপভোগ কৰিছিল ॥ ৭৯ ॥

"এইদৰে ৰজা কৰালজনকে ব্ৰাহ্মণ কন্যা হৰণ কৰি ভ্ৰষ্ট ( অধঃপতিত ) হব লগাত পৰিছিল যদিও কামোপভোগ এৰা ( পৰিত্যাগ কৰা ) নাছিল ॥ ৮০ ॥

"এইদৰে আগৰ মহাত্মাসকলে কামসুখৰ অৰ্থে নিন্দিত বিষয়ো উপভোগ কৰিছিল, প্ৰশংসনীয় বিষয়ৰতো কথাই নাই ॥ ৮১ ॥

"যি বিষয়ভোগত এই জগতখনেই আসক্ত, তুমি, বলবান ৰূপবান যুৱক হৈয়ো ন্যায়ভাৱে পোৱা সেই বিষয়ক অৱহেলা কৰিছা" ॥ ৮২ ॥

তেওঁৰ এই শাস্ত্ৰসন্মত মধুৰ বচন শুনি ৰাজকুমাৰে মেঘ-গৰ্জনৰ সদৃশ গম্ভীৰ স্বৰেৰে তাৰ প্ৰত্যুত্তৰ দিলে, ॥ ৮৩ ॥

"তুমি যি সৌহাৰ্দ্যব্যঞ্জক ( মিত্ৰৰ উপযোগী ) কথা কৈছা এই কথা তোমাৰ লেখিয়া সুহৃদ লোকে কোৱাটো একান্ত সঙ্গত হৈছে। যি বিষয়ত তুমি মোক দোষী বুলি ভাবিছা সেই বিষয়ে তোমাৰ ওচৰত নিবেদন কৰিবলগীয়া আছে ॥ ৮৪ ॥

"এই বিষয়বোৰক উপেক্ষা কৰা নাই, গোটেই জগত যে তন্ময় অৰ্থাৎ বিষয়স্বৰূপ তাক মই জানো। কিন্তু জগতখন অনিত্য বুলি বুজিহে মোৰ মনটো তাত নবহা হৈছে ॥ ৮৫ ॥

"জৰা, ব্যাধি আৰু মৃত্যু এই তিনিটা যদি নেথাকিলহেঁতেন তেতিয়া এই মনোহৰ বিষয়বোৰলৈ মোৰো মন গ'লহেঁতেন ॥ ৮৬ ॥

"তিৰোতাবিলাকৰ এই শৰীৰটো যদি নিত্য (অবিনাশী) হ'লহেঁতেন তেতিয়াহলে দোষযুক্ত হ'লেও সেই কামভোগত মোৰো প্ৰীতি হ'লহেঁতেন ॥ ৮৭ ॥

"এওঁলোকৰ ( তিৰোতাবিলাকৰ ) এই ৰূপ যেতিয়া জৰাই পান কৰি চুহি পেলাব তেতিয়া তাৰ প্ৰতি নিজৰো ঘৃণা উপজিব। এনেস্থলত মোহবশতঃ হে ইয়াত মানুহৰ ৰতি ( প্ৰেম ) ওপজে ॥ ৮৮ ॥

"মৃত্যু, ব্যাধি আৰু জৰাই যাৰ স্বাভাৱিক ধৰ্ম, সেই মানুহে কোনো উদ্বেগ ( চাঞ্চল্য ) নোহোৱাকৈ মৃত্যু, ব্যাধি আৰু জৰাৰূপ বিষয়ত ৰত হৈ থাকে। গতিকে তেওঁবিলাক পশুপক্ষীৰ তুল্য ॥ ৮৯ ॥

"তুমি যিসকল মহাত্মাৰ কথা কৈছা তেওঁবিলাকো কামাসক্ত আছিল আৰু তেওঁবিলাকৰো ক্ষয় ( পতন ) হৈছে যেতিয়া তাৰ প্ৰতি বিৰক্তি ভাবহে হ'ব লাগে ॥ ৯০ ॥



"য'ত ক্ষয় ( বিনাশ ) ৰূপ সাধাৰণ ধৰ্ম আছে তাক মই কোনো মহৎ বস্তু বুলি নাভাবোঁ। আত্মজ্ঞানী লোকৰ আত্মজ্ঞানৰ কাৰণেই বিষয়ৰ প্ৰতি অনুৰাগ অথবা বিষয়ৰ লগত সম্পৰ্ক হ'ব নোৱাৰে ॥ ৯১ ॥

"আৰু তুমি যে মিছাকৈ হলেও তিৰোতাৰ মন যোগাই চলিব লাগে বুলি কৈছা, ভদ্ৰতা বা চতুৰালিৰে তল পেলাই ( ঢাকি ) ৰাখিব পাৰি যদিও মিছাকৈ চলিব ( মিছা ব্যৱহাৰ কৰিব ) মই নেজানো ॥ ৯২ ॥

"য'ত সৰলতা ( আন্তৰিকতা ) নাই তেনেভাৱে পৰৰ মন যোগাই চলিবলৈ মই ভাল নাপাওঁ। যি বিষয়ৰ লগত বাহ্যিক আৰু আন্তৰিক সকলো প্ৰকাৰ সম্পৰ্ক নেথাকে তাক মই ধিক্কাৰ দিওঁ ॥ ৯৩ ॥

"মিছাৰ ( কপটতাৰ ) প্ৰতি শ্ৰদ্ধাবান ( বিশ্বাসী ), বিষয়ত আসক্ত, অথচ বিষয়াসক্তিৰ দোষ বুজি নোপোৱা, বিষয়ৰ বশীভূত চিত্তক বঞ্চনা কৰিব লগীয়া কি আছে ? ( সেই চিত্ত নিজক নিজেই বঞ্চিত হৈছে ) ॥ ৯৪ ॥

"যদি অনুৰাগসম্পন্ন স্ত্ৰী-পুৰুষৰ পৰস্পৰে পৰস্পৰক এইদৰে প্ৰবঞ্চনা কৰে ( ঠগে ) তেতিয়াহলে পুৰুষে তিৰোতাৰ পিনে আৰু তিৰোতাই পুৰুষৰ পিনে চাবই নোৱাৰে ॥ ৯৫ ॥

"সেইকাৰণে জৰা-মৰণৰ অধীন সংসাৰ দুখ-প্ৰপীড়িত মোক তুমি এই অশুভ কাম বিষয়ত নিযুক্ত কৰি প্ৰতাৰণা নকৰিবা ॥ ৯৬ ॥

"হায়! তোমাৰ মন বৰ ধৈৰ্যশীল আৰু সৰল, সেয়েহে তুমি ক্ষন্তেকীয়া কামবিষয়ত সাৰবস্তু দেখা পাইছা আৰু অতি তীব্ৰ ভয়ানক মৃত্যুপথত পতিত প্ৰাণীবিলাকক সাক্ষাৎ দেখিও বিষয়ত আসক্ত হ'ব পাৰিছা ॥ ৯৭ ॥

"কিন্তু মই বৰ ভীৰু (ভয়াতুৰ) আৰু অতি তৰল চিত্তৰ মানুহ, সেয়েহে জৰা, মৰণ আৰু ব্যাধিৰ কথা ভাবি ভাবি জগতখন জুইত জ্বলি পুৰি যোৱা যেন দেখিছোঁ আৰু মনত শান্তিলাভ কৰিব পৰা নাই, ধৈৰ্য ধৰিব পৰা নাই, বিষয়ত ৰতি (প্ৰেম) আকৌ ক'ৰপৰা হব ? ॥ ৯৮ ॥

"মৃত্যু নিশ্চিত—এই কথা ভালকৈ জানিও যি মানুহৰ অন্তৰত বিষয়ৰ প্ৰতি অনুৰাগ (বিষয়ভোগৰ অভিলাষ) জন্মে, যি মানুহে ভয়ঙ্কৰ বিপদত পৰিও পীৰিতিহে (প্ৰেম) কৰে, নেকান্দে, তেওঁৰ হিয়া লোৰে গঠিত বুলি মোৰ ধাৰণা" ॥ ৯৯ ॥

তাৰ পিচত ৰাজকুমাৰে এনেকৈ কামৰ মূল উচ্ছেদকাৰী, প্ৰকৃত কথাবোৰ কৈ থাকোঁতেই মানুহে চকুৰে চাব পৰা মণ্ডলযুক্ত সূৰ্যদেৱে অস্তাচললৈ গতি কৰিলে ॥ ১০০ ॥

তেতিয়া মিছাকৈয়ে মালা আৰু অলঙ্কাৰ পিন্ধি সাজি-কাচি অহা তিৰোতাবিলাকৰ কলাকৌশল আৰু প্ৰেম নিবেদন নিস্ফল (ব্যৰ্থ) হৈ পৰিলত তেওঁবিলাকে নিজৰ কামনা নিজৰ অন্তৰতে লুকাই ৰাখি ব্যৰ্থমনোৰথ হৈ নগৰলৈ গুচি গ'ল ॥ ১০১ ॥

তাৰ পিচত নগৰৰ প্ৰমোদ বনৰ জনশোভাৰ (জনতাৰ সৌন্দৰ্যৰ) গধূলি পৰত পুনঃ সামৰণি পৰা দেখি ৰাজকুমাৰে অনিত্যতা যে সৰ্বব্যাপী (সকলো পদাৰ্থই যে অনিত্য) এই কথাটো ভাবি ভাবি প্ৰাসাদৰ ভিতৰত প্ৰৱেশ কৰিলেগৈ ॥ ১০২ ॥

তেতিয়া ৰজাই তেওঁৰ (ৰাজকুমাৰৰ) মন বিষয়ভোগৰ প্ৰতি বিমুখ হৈ পৰা বুলি শুনি সেই গোটেই নিশাটো শুব নোৱাৰি বুকুত শেল সোমোৱা হাতীৰ দৰে হৈ



(ছটফটাই) থাকিল আৰু বিবিধ প্ৰকাৰৰ উপায় উলিয়াবৰ অৰ্থে মন্ত্ৰীসকলেৰে সৈতে মন্ত্ৰণা কৰি অৱশেষত অৱশ হৈ পৰিল ; কিন্তু তেওঁ পুত্ৰৰ মন আয়ত্ত কৰিবৰ (ঘূৰাবৰ) অৰ্থে কামোপভোগৰ বাহিৰে আন একো উপায় নেদেখিলে ॥ ১০৩ ॥

শ্ৰীমহামণ্ডলেশ্বৰৰ মন্ত্ৰী অশ্বঘোষ ৰচিত 'বুদ্ধচৰিত' মহা-কাব্যৰ 'যুৱতী বিলাসত বিঘিনি' নামেৰে চতুৰ্থ সৰ্গৰ ইয়াতে সমাপ্তি ঘটিল ॥

# পঞ্চম সৰ্গ
## গৃহত্যাগ

সেইদৰে পৰম উৎকৃষ্ট ভোগ্য বিষয়ৰ দ্বাৰা প্ৰলোভিত কৰা সত্ত্বেও সেই শাক্য ৰাজকুমাৰে বুকুত অতি বিষাক্ত বাণে বিন্ধা সিংহৰ দৰে তাত ধৈৰ্য ধৰি থাকিবলৈ তথা শান্তি লাভ কৰিবলৈ নোৱাৰিলে ॥ ১ ॥

তাৰ পিচত আকৌ কোনো এদিনাখন তেওঁ শান্তি লাভৰ অৰ্থে নানা ধৰণৰ বিচিত্ৰ কথা ক'ব জনা মন্ত্ৰীপুত্ৰ আৰু সখিয়েকবিলাকক লগত লৈ ৰজাৰ অনুমতি অনুসৰি বনভূমি দৰ্শনৰ ইচ্ছাৰে বাহিৰ ওলাই গ'ল ॥ ২ ॥

তেওঁ সোণৰ নতুন লেকাম আৰু ঘুগুৰাৰে সুসজ্জিত চঞ্চল চামৰ, আৰু মনোহৰ সোণৰ অলঙ্কাৰেৰে বিভূষিত কন্থক নামৰ সুলক্ষণযুক্ত ঘোঁৰাটোত আৰোহণ কৰি বাহিৰলৈ গৈছিল আৰু তেতিয়া তেওঁক (দ্ৰুমাব্জকেতু) কিৰণৰ ওপৰত আৰোহণ কৰি যোৱা সূৰ্যদেৱ যেন দেখা গৈছিল ॥ ৩ ॥

তেওঁ বন দৰ্শনৰ লোভত আৰু পৃথিৱীৰ গুণৰ দ্বাৰা আকৃষ্ট হৈ সুদূৰৱৰ্তী বনভূমিৰ শেষ সীমালৈকে গ'ল আৰু পানীৰ ঢউৰ নিচিনা বেকাবেকি হালৰ সিৰালেৰে সুশোভিত (খেতিৰ কাৰণে) চহাই থোৱা বিস্তৃত ভূমি দেখা পালে ॥ ৪ ॥

নাঙলৰ আঘাতত ফালি-ছিৰি ঘাঁহবনবোৰ ছিন্ন-ভিন্ন হৈ পৰি থকা সৰু সৰু পোক-পৰুৱা, কেচু-কুমতি আদি প্ৰাণীবোৰ মৰি সিচৰিত হৈ পৰি থকা খেতিৰ মাটিবোৰ



দেখা পাই তেওঁ আত্মীয়স্বজন নিহত হলে শোকাকুল হোৱাৰ দৰে অত্যন্ত শোকাকুল হৈ পৰিল ॥ ৫ ॥

ৰ'দ-বতাহৰ কোবত আৰু ধূলিৰে বিবৰ্ণ হৈ পৰা খেতিয়ক মানুহবিলাকক আৰু হাল টনাৰ পৰিশ্ৰমত কাতৰ হৈ পৰা বলদবোৰ দেখি সেই অতিশয় সবলচিতীয়া ৰাজকুমাৰৰ মনত অত্যন্ত কৰুণাৰ উদ্ৰেক হ'ল ॥ ৬ ॥

তেতিয়া তেওঁ ঘোঁৰাৰ পিঠিৰপৰা নামি বৰ শোকবিহ্বল চিত্তেৰে মাটিৰ ওপৰত লাহে লাহে খোজকাঢ়ি ফুৰিব ধৰিলে আৰু জগতৰ জন্ম-মৃত্যুৰ কথা চিন্তা কৰি মনৰ দুখত আতুৰ হৈ "এই জগতখন সঁচাকৈয়ে দুঃখময়" বুলি কৈ উঠিল ॥ ৭ ॥

মনে মনে অকলশৰীয়া হৈ থাকিবলৈ ইচ্ছা কৰি সেই অনুগামী বন্ধুসকলক তাতেই এৰি থৈ তেওঁ অকলে গৈ চঞ্চল মনোহৰ পাতবোৰেৰে চাৰিওপিনে হালি পৰি থকা জামুগছ এজোপাৰ গুৰিৰ জনশূন্য ঠাইত উপস্থিত হ'ল । ৮ ॥

বৈদূৰ্যমণিৰ দৰে সেউজীয়া ঘাঁহেৰে ঢাকখাই থকা সেই পৱিত্ৰ ভূমিত তেওঁ বহিলেগৈ আৰু জগতৰ উৎপত্তি-প্ৰলয়ৰ কথা বিবেচনা কৰি মনৰ স্থিৰতাৰ পথ বিচাৰিলে ॥ ৯ ॥

তেওঁ অতি শীঘ্ৰেই মনৰ স্থিৰতা লাভ কৰি বিষয়ৰ অনুৰাগ আদি (কাম-ক্ৰোধ-লোভ-মোহ আদি) মনোবেদনাৰ পৰা মুক্ত হৈ য'ত কোনো প্ৰকাৰৰ চঞ্চলতা নাই, তেনেকুৱা দুঃখহীন শান্তিপূৰ্ণ তথা যুক্তিপূৰ্ণ বিচাৰ ৰূপ সমাধিৰ প্ৰথম অৱস্থাত উপস্থিত হ'ল ॥ ১০ ॥

তাৰ পিচত বিবেক জ্ঞানৰপৰা উৎপন্ন সমাধিৰপৰা হোৱা পৰম-প্ৰীতি আৰু সুখ লাভ কৰি মনৰ দ্বাৰাই এই সংসাৰৰ গতি ভালকৈ বুজি পাই তাৰ পাচতো সেই বিষয়ৰে ধ্যান কৰি থাকিল — ॥ ১১ ॥

"হায়! কি দুখৰ কথা, ৰোগ জৰা আৰু মৰণ প্ৰাণীৰ অপৰিহাৰ্য ধৰ্ম, নিজে তাৰ অধীন হৈ থাকিও পৰম অজ্ঞানী, মদান্ধ মানুহে জৰাপীড়িত (বুঢ়া) ৰোগাৰ্ত আৰু মৃত লোকক (মৰা শ) দেখিলে ঘিণ কৰে ॥ ১২ ॥

"মই যদি এই সংসাৰত নিজে তেনেকুৱা স্বভাৱৰ মানুহ হৈ সেই একে স্বভাৱৰ আন মানুহক ঘিণ কৰোঁ তেন্তে সেইটো এই শ্ৰেষ্ঠ ধৰ্মক জানোতা মোৰ পক্ষে কৰিব পৰা অথবা উচিত কাম নহ'ব" ॥ ১৩ ॥

এনেকৈ জগতৰ ৰোগ, জৰা আৰু মৰণ ৰূপ দোষৰ বিষয়ে যথাৰ্থভাৱে বিবেচনা কৰি চোৱাত তেওঁৰ বল, যৌৱন আৰু জীৱনৰ কাৰণে হোৱা নিজৰ সকলো গৰ্ব তৎক্ষণাৎ নাইকিয়া হ'ল ॥ ১৪ ॥

তেতিয়া তেওঁৰ হৰ্ষ, অনুতাপ আৰু সন্দেহ নোহোৱা হ'ল, টোপনি বা তন্দ্ৰাও নাহিল, বিষয় ভোগৰ সোৱাদৰ প্ৰতি তেওঁৰ প্ৰীতি নোহোৱাত পৰিল, আনৰ প্ৰতি বিদ্বেষ বা আনক অপমান কৰাৰ প্ৰবৃত্তিও নোহোৱা হ'ল । ১৫ ॥

এইদৰে মহাত্মাজনাৰ অন্তৰত এনেকুৱা ৰাগ-দ্বেষ আদি নিষ্কলুষ বিশুদ্ধ বুদ্ধি বাঢ়ি উঠিল ; এনেতে ভিক্ষু বেশধাৰী পুৰুষ এজন আন মানুহে নেদেখাকৈ তেওঁৰ ওচৰত উপস্থিত হ'লহি ॥ ১৬ ॥

"তুমি কোন কোৱাচোন" বুলি ৰাজকুমাৰে তেওঁক সুধিলত তেওঁ ৰাজপুত্ৰক ক'লে, "হে মানৱ শ্ৰেষ্ঠ, মই এজন শ্ৰমণ (ভিক্ষু), জন্ম-মৃত্যুৰপৰা ভয় পাই মোক্ষলাভৰ অৰ্থে মই প্ৰব্ৰজ্যা (সন্যাস) গ্ৰহণ কৰিছোঁ ॥ ১৭ ॥

"এই নশ্বৰ জগতত মোক্ষলাভৰ ইচ্ছা কৰি মই আপোন আৰু পৰৰ প্ৰতি সমান জ্ঞান কৰি, বিষয়ৰ প্ৰতি ৰাগ-দ্বেষ



আদি দোষৰপৰা মুক্ত হৈ সেই মঙ্গলময় অক্ষয় পৰম পদৰ অনুসন্ধান কৰি আছোঁ ॥ ১৮ ॥

"পৰমাৰ্থ (মোক্ষ) লাভৰ কাৰণেই মই য'তে ত'তে গছৰ গুৰিত, নিৰ্জন ঠাইত, গিৰিহঁতে এৰি যোৱা ঘৰত, পৰ্বতত নাইবা বনত বাস কৰি লগত একোকে নোলোৱাকৈ, একোৰে প্ৰতি আশা নকৰাকৈ, অনায়াসে উপস্থিত হোৱা আহাৰেৰে জীৱন ধাৰণ কৰি এইদৰে ঘূৰি ফুৰিছোঁ" ॥ ১৯ ॥

এইদৰে ৰাজকুমাৰে চাই থাকোতে থাকোতেই তেওঁ ইয়াকে কৈ আকাশলৈ উৰি গুচি গ'ল । সেইজন পূৰ্বৱৰ্তী আন বুদ্ধক দেখা পোৱা স্বৰ্গবাসী দেৱতাই তেওঁক (ৰাজকুমাৰক) সোঁৱৰাই দিবৰ কাৰণে সেই শৰীৰ গ্ৰহণ কৰি তেওঁৰ ওচৰলৈ আহিছিল । ২০ ॥

তেওঁ চৰাইৰ দৰে আকাশলৈ উৰি গুচি যোৱাত সেই নৰশ্ৰেষ্ঠ ৰাজকুমাৰ বৰ আনন্দিত আৰু বিস্মিত হ'ল আৰু সেইজন লোকৰপৰাই ধৰ্মৰ জ্ঞান লাভ কৰি ঘৰ এৰি বনলৈ যোৱাৰ উপায় চিন্তা কৰিব ধৰিলে ॥ ২১ ॥

তাৰ পিচত ইন্দ্ৰিয়ৰূপ ঘোঁৰাবিলাকক বশীভূত কৰি লোৱা, ইন্দ্ৰতুল্য ৰাজকুমাৰে নগৰলৈ যোৱাৰ ইচ্ছাৰে ঘোঁৰাত উঠিল আৰু লগত যোৱা পৰিজনবৰ্গক দেখা পাই তাৰপৰা তেওঁবিলাকে যাবলৈ ইচ্ছা কৰা বনলৈ নগ'ল ॥ ২২ ॥

তেওঁ জৰা (বাৰ্ধক্য) আৰু মৰণৰ ক্ষয়সাধন কৰিবলৈ ইচ্ছা কৰি বনবাসলৈ যোৱাৰ কথা মনত ভাবি ভাবি গজ ৰাজে বনভূমিৰপৰা আহি ঘৰচীয়া হাতীৰ পালত সোমোৱাৰ দৰে অনিচ্ছাপূৰ্বকহে পুনঃ নগৰৰ ভিতৰ সোমাল ॥ ২৩ ॥

নগৰত প্ৰৱেশ কৰিবলৈ যোৱা বাটত এজনী ৰাজকুঁৱৰীয়ে তেওঁক দেখি হাতযোৰকৈ এইদৰে ক'লে, "হে বিশালনয়ন,

যি নাৰীয়ে তোমাৰ দৰে এনেকুৱা পতি পাইছে তেৱেঁই এই সংসাৰত সুখী আৰু 'নিৰ্বৃতা' (কৃতাৰ্থ) ॥ ২৪ ॥

তেতিয়া মহামেঘৰ গাজনিৰ দৰে গম্ভীৰ ধ্বনিসম্পন্ন ৰাজকুমাৰে বাটত এই 'নিৰ্বৃতা' শব্দটি শুনি পৰম শান্তি লাভ কৰিলে আৰু যেই 'নিৰ্বৃতা' শব্দটি শুনিলে তেতিয়াই তেওঁ পৰিনিৰ্বাণ (মুক্তি) লাভৰ উপায় বিচৰাত মনোনিবেশ কৰিলে ॥ ২৫ ॥

সুমেৰুৰ শৃঙ্গৰ দৰে দেহযুক্ত, হাতীৰ (শুঁড়ৰ) দৰে বাহুশালী, মেঘৰ শব্দৰ দৰে (গম্ভীৰ) কণ্ঠস্বৰ, বৃষভৰ দৰে (ষাঁড়গৰুৰ চকুৰ দৰে আৰক্ত আৰু তীক্ষ্ণ) চকুৰ, চন্দ্ৰৰ দৰে (মনোহৰ) মুখৰ আৰু সিংহৰ দৰে বিক্ৰমী ৰাজকুমাৰৰ অক্ষয় (নিত্য) ধৰ্মৰ প্ৰতি অনুৰাগ জন্মিল আৰু তেওঁ ৰাজ প্ৰাসাদত প্ৰৱেশ কৰিলে ॥ ২৬ ॥

তেতিয়া স্বৰ্গত দেৱতাসকলৰ সভাত জিলিকি থকা দেৱৰাজ ইন্দ্ৰৰ ওচৰলৈ ঋষি সনৎকুমাৰ যোৱাৰ দৰে সিংহৰ দৰে গম্ভীৰ গতিসম্পন্ন ৰাজকুমাৰ মন্ত্ৰীসকলৰ দ্বাৰা পৰিবেষ্টিত হৈ সভাৰ মাজত জিলিকি থকা ৰজাৰ ওচৰত উপস্থিত হ'লগৈ ॥ ২৭ ॥

তেওঁ ৰজাক প্ৰণাম জনাই হাতযোৰকৈ ক'লে, "মহাৰাজ, এই মনুষ্য লোকৰ বিয়োগ অপৰিহাৰ্য (গতিকে এদিন নহয় এদিন আপোনাৰ আৰু মোৰ বিয়োগ ঘটিবই)। সেই কাৰণে মই মোক্ষলাভৰ অৰ্থে প্ৰব্ৰজ্যা গ্ৰহণ কৰিবলৈ (ঘৰ এৰি বনলৈ যাবলৈ) খুজিছোঁ। আপুনি মোক শুভ অনুমতি প্ৰদান কৰক" ॥ ২৮ ॥

ৰজাই তেওঁৰ (ৰাজকুমাৰৰ) এই কথা শুনি হাতীৰ আঘাতত জোকাৰ খাই উঠা গছৰ দৰে জোকাৰ খাই



উঠিল (কঁপিব ধৰিলে) আৰু ৰাজকুমাৰৰ পদুম ফুলৰ দৰে আঁজলি বান্ধি থকা হাত দুখনত ধৰি বাষ্পই কণ্ঠৰোধ কৰা কাৰণে ভঙা ভঙা মাতেৰে এই কথাখিনি ক'লে, ॥ ২৯ ॥

"বোপা, তুমি তোমাৰ মনোভাব পৰিৱৰ্তন কৰা; তোমাৰ ধৰ্ম আচৰণৰ সময় হোৱা নাই। প্ৰথম বয়সত মন চঞ্চল হৈ থাকে, গতিকে এনে অৱস্থাত ধৰ্মাচৰণ কৰিলে তাত বহু দোষ হয় বুলি সাধুসকলে কয় ॥ ৩০ ॥

"তৰুণ বয়সৰ লোকৰ 'ইন্দ্ৰিয়বিলাক' বিষয়ভোগৰ প্ৰতি উদ্‌গ্ৰীৱ হৈ থাকে গতিকে তেনে লোক ব্ৰত পালনৰ ক্লেশৰ (কষ্টৰ) সংকল্প গ্ৰহণ কৰিবলৈ অসমৰ্থ হয় আৰু বিশেষকৈ বিবেচনাত অনভিজ্ঞ হৈ থাকে কাৰণে অৰণ্যবাসৰপৰা তেওঁৰ মন বিচলিত হয় (অৰণ্যবাসত তেওঁৰ মন নবহে) ॥ ৩১ ॥

"হে প্ৰিয়ধৰ্ম (ধৰ্মৰ প্ৰতি আগ্ৰহশীল পুত্ৰ), মোৰহে এতিয়া সুলক্ষণযুক্ত তোমাৰ ওপৰত ৰাজ্যলক্ষ্মীৰ ভাৰ অৰ্পণ কৰি দি ধৰ্মাচৰণ কৰাৰ সময় হৈছে। হে স্থিৰবিক্ৰম (পৰাক্ৰমত অচল অটল), এতিয়া তোমাৰ বিক্ৰম প্ৰদৰ্শনৰ দ্বাৰাই ধৰ্ম হ'ব; কিন্তু গুৰুক (পিতামাতাক) পৰিত্যাগ কৰিলে অধৰ্মহে হ'ব ॥ ৩২ ॥

"গতিকে তুমি এই সংকল্প (মত) পৰিত্যাগ কৰা আৰু গাৰ্হস্থ্য ধৰ্মত নিৰত হোৱা (আত্মনিয়োগ কৰা), কাৰণ বয়স অনুসৰি সুখভোগ কৰাৰ পিচতহে পুৰুষ মানুহ তপোবনলৈ যোৱাটো ভাল" ॥ ৩৩ ॥

তেতিয়া ৰজাৰ এই কথা শুনি তাৰ উত্তৰত পখীৰ মাতৰ নিচিনা মাতেৰে ৰাজকুমাৰে ক'লে, "মহাৰাজ, আপুনি যদি মোৰ চাৰিটা কথা গাত ল'ব পাৰে, তেতিয়াহলে মই বনলৈ নেযাওঁ ॥ ৩৪ ॥

"মোৰ জীৱনটো মৰণৰ অধীন হ'ব নালাগিব, মোৰ এই স্বাস্থ্য ৰোগে হৰণ কৰিব নোৱাৰিব, জৰাই (বুঢ়া বয়সে) মোৰ এই যৌৱনৰ কোনো বিকৃতি ঘটাব নোৱাৰিব, কোনো বিপদে মোৰ এই সম্পদ অপহৰণ (বিনষ্ট) কৰিব নোৱাৰিব" ॥ ৩৫ ॥

পুতেকে এনেকুৱা অসম্ভৱ কথা কোৱাত শাক্যৰাজে তেওঁক ক'লে, "তুমি তোমাৰ উগ্ৰ সংকল্প এৰা। অতিশয় (অসম্ভৱ) আৰু অসঙ্গত অভিলাষক মানুহে উপহাস কৰে" ॥ ৩৬ ॥

তেতিয়া মেৰু পৰ্বতৰ দৰে গহীন গম্ভীৰ ৰাজকুমাৰে পিতাকক ক'লে, "যদি এই ব্যৱস্থা নহয় তেন্তে মোক বাৰণ নকৰিব, জুই লাগি পুৰি যাবলৈ ধৰা ঘৰৰপৰা ওলাই যাব খোজা মানুহক ধৰি ৰাখিব নোৱাৰি" ॥ ৩৭ ॥

"জগতৰ লগত বিয়োগ (বিচ্ছেদ) হোৱাটো যিহেতু নিশ্চিতই (অপৰিহাৰ্য) তেনে অৱস্থাত ধৰ্মৰ অৰ্থে নিজেই তাৰ লগত বিচ্ছেদ ঘটোৱাটো বেছি ভাল নহয় জানো? কাৰণ মৃত্যুই মোৰ স্বাৰ্থপূৰণ নোহওঁতে আৰু বিষয়ভোগত তৃপ্তিলাভ কৰিবলৈ নৌপাওঁতে মোক বলেৰে এই সংসাৰৰ পৰা যে আঁতৰাই লৈ যাব সেইটো নিশ্চিত" ॥ ৩৮ ॥

ৰজাই সেই মোক্ষলাভৰ কাৰণে উৎকণ্ঠিত হৈ পৰা পুত্ৰৰ এনেকুৱা অচল অটল সংকল্পৰ কথা শুনিও "ল'ৰাটিয়ে এনেকৈ কৈয়ো হয়তো নাযাব পাৰে" এইবুলি ভাবি তেওঁক ৰখাৰ উপায় স্বৰূপে বেছি ভাল ভাল বিষয়ভোগৰ ব্যৱস্থা কৰিলে ॥ ৩৯ ॥

মন্ত্ৰীসকলে বহুত মৰম আৰু সমাদৰেৰে শাস্ত্ৰৰ প্ৰমাণ দি যথাৰ্থভাৱে উদাহৰণ সহকাৰে তেওঁক (ৰাজকুমাৰক)



বুজালে আৰু (পিতাকক আদি কৰি) গুৰুস্থানীয় লোক-বিলাকে চকুলো পেলাই তেওঁক (বনলৈ যোৱাৰ পৰা) বাৰণ কৰিলে। তাৰ পিচত তেওঁ শোকাকুলভাৱে (মনৰ দুখেৰে) বাসগৃহত প্ৰৱেশ কৰিলেগৈ ॥ ৪০ ॥

যাৰ মুখমণ্ডলত চঞ্চল কুণ্ডলে সততে চুমা খাই আছিল, ঘনঘনকৈ উশাহ-নিশাহ লওঁতে স্তন কঁপি উঠিছিল তেনেকুৱা হৰিণ শিশুৰ দৰে চঞ্চল লোচনা ৰমণীসকলে তেতিয়া তেওঁক সততে আগ্ৰহেৰে চাই আছিল ॥ ৪১ ॥

কাৰণ সেই সুমেৰু পৰ্বতৰদৰে নিৰ্মল উজ্জ্বল আৰু উন্নত শ্ৰীসম্পন্ন ৰাজকুমাৰে (সৌন্দৰ্যেৰে) শ্ৰেষ্ঠ সুন্দৰীসকলৰ হৃদয় বিহ্বল কৰি তুলিছিল আৰু নিজৰ বাক্য, স্পৰ্শ, দেহ আৰু গুণৰ দ্বাৰা যথাক্ৰমে তেওঁবিলাকৰ কাণ, দেহ, চকু আৰু ব্যক্তিত্ব বা ৰূপাভিমান হৰণ কৰিছিল ॥ ৪২ ॥

দিনৰ শেষত সূৰ্যৰ নিচিনা অতি উজ্জ্বল প্ৰভাসম্পন্ন ৰাজ-কমাৰজনা তাৰপৰা প্ৰাসাদৰ ওপৰত উঠিলগৈ; তেতিয়া তেওঁক নিজৰ প্ৰভাৱে অন্ধকাৰ নাশ কৰিবলৈ ইচ্ছা কৰি উদয় হোৱা সূৰ্যই মেৰু পৰ্বতত আৰোহণ কৰা যেন দেখা গৈছিল ॥ ৪৩ ॥

য'ত সোণৰ দৰে উজ্জ্বল সহস্ৰ বন্তিৰ গছাবোৰ জ্বলি আছিল, যাৰ ভিতৰ কোঠালিবোৰ শ্ৰেষ্ঠ আৰু ধূপেৰে (ধূপৰ গন্ধেৰে) পৰিপূৰ্ণ হৈ আছিল, সেই অট্টালিকাৰ ওপৰত উঠি তেওঁ বিচিত্ৰভাৱে হীৰা খটোৱা শ্ৰেষ্ঠ সোণৰ সিংহাসনত বহিলগৈ ॥ ৪৪ ॥

তাৰ পিচত নিশা চন্দ্ৰৰ দৰে ধৱল হিমালয়ৰ শৃঙ্গত কুবেৰপুত্ৰক দলে দলে অপ্সৰাবিলাকে সেৱা কৰি থকাৰ দৰে তাত সেই ইন্দ্ৰতুল্য শ্ৰেষ্ঠ পুৰুষজনাক অতি সুন্দৰী যুৱতীসকলে গীত-বাদ্যেৰে সেৱা কৰি থাকিল ॥ ৪৫ ॥

স্বৰ্গীয় সঙ্গীতৰ তুল্য সেই সৰ্বশ্ৰেষ্ঠ সঙ্গীতৰ দ্বাৰাও তাত তেওঁৰ মন নবহিল আৰু আনন্দ নাপালে। পাৰমাৰ্থিক সুখলাভৰ অৰ্থে সেই সাধু পুৰুষজনাৰ মনত বনলৈ যোৱাৰ ইচ্ছা উপজিছিল, সেইকাৰণে তাত তেওঁৰ প্ৰীতি ওপজা নাছিল ॥ ৪৬ ॥

তেতিয়া তপস্যাত শ্ৰেষ্ঠ প্ৰধান দেৱতাসকলে তেওঁৰ নিশ্চিত অভিপ্ৰায় বুজি তিৰোতাসকলৰ গোটেই দলটোক একে সময়তে টোপনিত পেলাই দিলে আৰু তেওঁবিলাকৰ শৰীৰৰ ভাব-ভঙ্গীও বিকৃত কৰি দিলে ॥ ৪৭ ॥

তাত কোনোজনী যুৱতীয়ে সোণৰ পাটেৰে মেৰাই ৰখা বিচিত্ৰ বীণাখন তেওঁৰ অতি প্ৰিয় আছিল যদিও খং কৰিহে যেন কোলাত অনাদৃতভাৱে পেলাই থৈ শিথিল হাতৰ ওপৰত গাল ৰাখি শুই পৰিল ॥ ৪৮ ॥

আন কোনোজনীয়ে বা হাতত বেণুটি লৈয়ে শুই থাকিল, চিকুণ বগা কাপোৰ স্তনৰ ওপৰপৰা স্খলকি নামি আহিছিল। তেতিয়া তেওঁ পোনকৈ শাৰীপাতি ভ্ৰমৰবিলাক ওপৰত পৰি থকা পদুমফুলবিলাকেৰে সুশোভিত হোৱা পানীৰ ফেন-বিলাকেৰে যেন ৰৰকৈ হাঁহি থকা পাৰেৰে নৈখনৰ দৰেহে শোভা পাইছিল ॥ ৪৯ ॥

আন কোনোজনী তৰুণীয়ে আকৌ নতুনকৈ ফুলা পদুমৰ ভিতৰখনৰ নিচিনা কোমল, ভাসকৈ ৰজিতা খোৱা (খাপ খাই ধৰা) সোণৰ উজ্জ্বল বালাৰে বিভূষিত হাত দুখনেৰে প্ৰিয় পতিক সাৱটি ধৰি থকাৰ দৰে মৃদঙ্গটোকে সাৱটি ধৰি টোপনিত পৰি আছিল ॥ ৫০ ॥

সোণৰ নতুন অলঙ্কাৰেৰে বিভূষিতা আৰু অতি উত্তম হালধীয়া পাটৰ বস্ত্ৰ পৰিধান কৰা আন কেইজনীমান যুৱতী



সেইদৰে গভীৰ নিদ্ৰাত অৱশ হৈ হাতীয়ে ভাঙি পেলোৱা কৰ্ণিকাৰ গছৰ ঠালৰ দৰে বাগৰি পৰি আছিল ॥ ৫১ ॥

আন কোনোজনীয়ে আকৌ গলত সুন্দৰ হাৰ ওলমাই, দেহটোক ধনুৰ দৰে বেঁকা কৰি, খিৰিকীৰ কাষত ধৰি টোপনি গৈ থকাত তোৰণৰ (বাটচ'ৰাৰ) দুৱাৰমুখত সজাই থোৱা পুতলাৰ (কাঠৰ স্ত্ৰী মূৰ্তিৰ) দৰে শোভা পাইছিল ॥ ৫২ ॥

সেইদৰে শুই পৰা আন কোনোজনী যুৱতীৰ মুখমণ্ডলৰ পত্ৰৰেখা (ৰঙেৰে আঁকা চিত্ৰ) মণিকুণ্ডলৰ ঘহনি খাই মাজে মাজে উঠি যোৱাত তেওঁৰ সেই হালি-জালি পৰি থকা মুখকমল কোঢ়াচৰায়ে মোহাৰি পেলোৱা অথচ আধা হালিপৰা নালত লাগি থকা পদুম ফুলৰ দৰে ধুনীয়া দেখা গৈছিল ॥ ৫৩ ॥

আন কেইজনীমান স্তন-ভৰত গা হালি পৰা যুৱতীয়ে আকৌ সোণৰ কঙ্কণেৰে বিভূষিত, বাহুপাশেৰে পৰস্পৰক (ইজনীয়ে সিজনীক) সাৱটি ধৰি যিভাৱে বহিছিল সেই-ভাৱেই টোপনি গৈছিল; সেই অৱস্থাত তেওঁবিলাকক সুন্দৰ দেখা গৈছিল ॥ ৫৪ ॥

কোনোজনী তৰুণীয়ে শিথিলকৈ (ঢিলাকৈ) সোণৰ তাঁৰ বান্ধি থোৱা ডাঙৰ বীণখনকে সোণৰ কাঞ্চী পিন্ধা সখীয়েকজনীকহে যেন আঁকোৱালি ধৰি শুই আছিল আৰু চঞ্চল কাণফুলৰ প্ৰভাৰে উজ্জ্বল মুখ ইফাল সিফাল কৰি ঘূৰাই আছিল ॥ ৫৫ ॥

আন কোনো যুৱতীৰ কান্ধৰপৰা সাৰেঙ্গীৰ সুন্দৰ জৰিগছ স্খলকি পৰিছিল আৰু তেওঁ উন্মাৰ্দনা (বিলাস) পূৰ্ণ কাম-ক্ৰীড়াৰ অন্তত ক্লান্ত হৈ পৰা পতিক লোৱাৰ দৰে সেই

সাৰেঙ্গীটোকে কৰঙণৰ মাজত সুমুৱাই চেপি ধৰি শুই আছিল ॥ ৫৬ ॥

কোনো কোনোজনী ৰমণীৰ চকুবিলাক ডাঙৰ আৰু ভ্ৰূযুগল সুন্দৰ হোৱা সত্বেও সেই চকু জাপ (মুদ) খাই যোৱাত তেওঁবিলাকক বেলি মাৰ যোৱাৰ পিচত চাৰিওপিনৰ পাহিবোৰ সঙ্কুচিত হৈ জাপ খাই যোৱা পদুম ফুলজোপাৰ নিচিনা দেখা গৈছিল ॥ ৫৭ ॥

সেইদৰে আন কোনোজনীয়ে চুলিবোৰ সুলকি আউল-জাউল হৈ পৰা, কঁকালৰ কাঞ্চীদাম আৰু পিন্ধা কাপোৰ সুলকি গৈ কৰঙণত পৰি থকা আৰু গলৰ হাৰ বিক্ষিপ্ত-ভাৱে (আউল লাগি) পৰি থকা অৱস্থাত শুই আছিল। তেতিয়া তেওঁক হাতীয়ে ভাঙি পেলোৱা তিৰোতাৰ মূৰ্তি যেন দেখা গৈছিল ॥ ৫৮ ॥

আন কোনোজনী ৰমণী ধীৰ স্বভাৱৰ আৰু শাৰীৰিক গুণ সম্পন্না (ৰূপৱতী) আছিল যদিও টোপনিত অৱশ হোৱা কাৰণে নিৰ্লজ্জৰ দৰে হৈ টোপনি গৈছিল আৰু দেখিবলৈ অশোভনীয় হৈ উঠিছিল ; তেওঁলোকে ৰৰকৈ ফোঁপাই-জোপাই আছিল আৰু যেনিতেনি হাত পেলাই হামিয়াই আছিল ॥ ৫৯ ॥

আন কোনো কোনোজনী যুৱতীৰ অলঙ্কাৰ আৰু মালা গাৰপৰা সুলকি পৰিছিল, কাপোৰৰ গাঁথিও সুলকি গৈছিল, চকু বগা আৰু নিশ্চল হৈ মুদ নোখোৱাকৈ আছিল, এনেভাৱে শুই পৰি থকাত তেওঁবিলাকক মৰা মানুহৰ দৰে অশোভনীয় দেখা গৈছিল ॥ ৬০ ॥

আন কোনোজনী পূৰ্ণযৌৱনা শকত গাৰ তিৰোতা মুখ মেলি শুই আছিল, তেওঁৰ মুখৰপৰা লেলাৱতি বৈ আছিল,



গুপ্ত অঙ্গ প্ৰকট হৈ পৰিছিল। মদৰ ৰাগীত সংজ্ঞাহীন হোৱাৰ দৰে তেওঁ শুই আছিল ; সেই তিৰোতাজনী দেখি-বলৈ আপচু হৈছিল, তেওঁৰ শৰীৰটো কদৰ্য দেখা গৈছিল ॥ ৬১॥

এনেকৈ স্বভাৱ, কুল আৰু বংশৰ অনুৰূপভাৱে নানা-ধৰণে শুই পৰি থকা সেই তিৰোতাৰ দলটো বতাহত পদুম ফুলবোৰ ছিন্ন-ভিন্ন হৈ পৰি থকা সৰোবৰৰ নিচিনা দেখা গৈছিল ॥ ৬২ ॥

সেই যুৱতীবিলাকৰ শৰীৰ সুন্দৰ আৰু মাত মিঠা আছিল যদিও তেনেকৈ অসংযত চেষ্টাৰে বিকৃতভাৱে শুই পৰি থকা অৱস্থাত তেওঁবিলাকক দেখি ৰাজকুমাৰে নিন্দা কৰিছিল ॥৬৩॥

এই জীৱলোকত তিৰোতাৰ স্বভাৱ এই এনেকুৱাই অপৱিত্ৰ আৰু বিশ্ৰী, তথাপি বসন-ভূষণৰ দ্বাৰা প্ৰলোভিত হৈ পুৰুষে নাৰীৰ অনুৰাগত পৰে ॥ ৬৪ ॥

যদি মানুহে তিৰোতাৰ এই স্বভাৱ আৰু এনেকুৱা স্বপ্নবিকাৰ (সমাজিকত দেখাৰ দৰে অৱস্থান্তৰবোৰ) বিবে-চনা কৰি চায় তেতিয়াহ'লে নিশ্চয় তেওঁবিলাকৰ ভ্ৰান্ত ধাৰণা এইদৰে বাঢ়ি যাব নোৱাৰে। গুণৰ সংকল্পৰ অৰ্থাৎ "তিৰোতাৰ গুণ বা সৌন্দৰ্য আছে" এনেকুৱা মনৰ কল্পনাৰ দ্বাৰা লালায়িত লোকহে প্ৰেমত পৰে ॥ ৬৫ ॥

এইদৰে আন্তৰিক ৰহস্যৰ কথা জনাৰ পিচত নিশা তেওঁৰ মনত ঘৰৰপৰা ওলাই যোৱাৰ ইচ্ছা প্ৰবল হৈ উঠিল। তেতিয়া দেৱতাসকলে তেওঁৰ মনৰ ভাব বুজি ৰাজপ্ৰাসাদৰ দুৱাৰ মেলি দিলে ॥ ৬৬ ।

তেতিয়া তেওঁ শুই থকা যুৱতীবিলাকক নিন্দা কৰি ৰাজ অট্টালিকাৰ ওপৰৰপৰা নামিল আৰু নিঃশঙ্কমনে তাৰ-পৰা সেই অট্টালিকাৰ প্ৰথম কোঠা ওলালগৈ ॥ ৬৭ ॥

তেওঁ ছন্দক নামৰ বেগবান ঘোৰাৰখীয়াজনক জগাই তুলি এইদৰে কলে, "তুমি সোনকালে কন্থকক ( কন্থক নামৰ ঘোৰটোক ) লৈ আহা, অমৃতত্ব ( মোক্ষ ) লাভৰ অৰ্থে এতিয়াই ইয়াৰপৰা ওলাই যাবলৈ মোৰ মন গৈছে ॥ ৬৮ ॥

"আজি মোৰ হৃদয়ত এনে সন্তোষ উপজিছে আৰু মনত এনেকুৱা নিশ্চিত ধাৰণা সোমাইছে যে মই নিৰ্জন স্থানতো নিজক সনাথ (ৰক্ষকৰ দ্বাৰা সুৰক্ষিত) যেন পাইছোঁ; গতিকে মোৰ যি অভীষ্ট অৰ্থ সি নিশ্চয় মোৰ আগত উপস্থিত হৈছেহি ॥ ৬৯ ॥

"এই যুৱতীবিলাকে যিদৰে লাজ আৰু সৰলতা পৰিত্যাগ কৰি মোৰ সন্মুখত শুই পৰিছে আৰু ঘৰৰ দুৱাৰ যিদৰে আপোনা-আপুনি মেল খাইছে তাতে বুজা যায় নিশ্চয় মোৰ আজি ঘৰ এৰি যোৱাৰ সময় হৈছে" ॥ ৭০ ॥

তেতিয়া ৰজাৰ আদেশৰ অৰ্থ বুজি পায়ো সেই সাৰথি-জনে গৱাকীৰ ( ৰাজকুমাৰৰ ) আদেশ মানি ল'লে আৰু কোনোবাই মনত প্ৰেৰণা যোগোৱাৰ দৰে তেওঁ ঘোঁৰাটো আনিবলৈ মন কৰিলে ॥ ৭১ ॥

তাৰ পিচত সাৰথিয়ে মুখত সোণৰ লেকাম লগোৱা, পিঠিত কোমল জিন আৰু ৰেকাবি বন্ধা, বলবান, সাহসী, বেগশালী আৰু ভাল জাতৰ সেই শ্ৰেষ্ঠ ঘোঁৰাটো গৱাকীৰ আগত আনি দিলেহি ॥ ৭২ ॥

সেই ঘোঁৰাটোৰ ৰাজহাড়, নেজৰ গুৰি আৰু খুৰাৰ ওপৰৰ ৰোমাটি দীঘল, লোম, নেজ আৰু কাণ স্থিৰ আৰু চুটি; পিঠি, পেট আৰু পাৰ্শ্ব ( কাষ ) নতোন্নত ( পাচৰপিনে চাপৰ আৰু



আগৰপিনে ওখ ) আৰু মুখৰ আগ, কপাল, তপিনা আৰু বুকু বহল আছিল ॥ ৭৩ ॥

সেই বুকু বহল ৰাজকুমাৰে পদুমকোমল হাতেৰে তাক সাৱটি ধৰি মৰম কৰিলে আৰু মধুৰ বচনেৰে এনেভাৱে তাক বুজালে যে তেওঁ যেন ( তাৰ পিঠিত উঠি ) শত্ৰুসেনাৰ মাজতহে প্ৰবেশ কৰিব খুজিছে । ৭৪ ॥

"হে তুৰগশ্ৰেষ্ঠ, ৰজাই তোমাৰ ওপৰত আৰোহণ কৰি যুদ্ধ ক্ষেত্ৰত বহুবাৰ শত্ৰুক পৰাজিত কৰিছে । ময়ো যাতে অমৃতপদ ( মোক্ষপদ ) লাভ কৰিব পাৰোঁ তাৰে ব্যৱস্থা কৰা ॥ ৭৫ ॥

"যুদ্ধত, বিষয়লাভৰ সুখত নাইবা ধনাৰ্জনত সহায়ক পোৱাটো সহজ; কিন্তু বিপদত পৰা আৰু ধৰ্মৰ আশ্ৰয় লোৱা মানুহৰ পক্ষে সহায়ক পোৱাটো বৰ টান কথা ॥ ৭৬ ॥

"এই সংসাৰত যিসকল লোক পাপকৰ্ম বা ধৰ্ম আচৰণত সহায়ক হয়, মোৰ অন্তৰাত্মাই যিমানদূৰ জানে, সেইসকল লোকো নিশ্চয় তাৰ ( পাপ আৰু পুণ্যৰ ) অংশীদাৰ হয় ॥ ৭৭

"সেই কাৰণে হে তুৰগোত্তম, মোৰ ইয়াৰপৰা নিষ্ক্ৰমণ ( ঘৰৰপৰা বাহিৰ ওলাই যোৱা ) কামটো জগতৰ হিতৰ অৰ্থে কৰা হৈছে, গতিকে ই এটা ধৰ্মযুক্ত কাৰ্য বুলি বুজি তুমি তোমাৰ বেগ আৰু বিক্ৰমৰ দ্বাৰা নিজৰ হিত সাধনৰ কাৰণে যত্ন কৰা" ॥ ৭৮ ॥

বনগমণ-অভিলাষী সেই অগ্নিতুল্য, তেজস্বী, সুন্দৰ স্বাস্থ্যবান, নৰশ্ৰেষ্ঠ ৰাজকুমাৰে এনেকৈ সুহৃদ লোকক উপদেশ দিয়াৰ দৰে সেই শ্ৰেষ্ঠ ঘোঁৰাটোক তাৰ কৰ্তব্যৰ উপদেশ দি উজ্জ্বল গতি আৰু দ্যুতিসম্পন্ন মূৰ্তিমান সূৰ্যই শৰৎকালৰ শুভ্ৰ মেঘৰ ওপৰত আৰোহণ কৰাৰ দৰে সেই বগা ঘোঁৰাটোত আৰোহণ কৰিলে ॥ ৭৯ ॥

তাৰ পিচত সেই সজ স্বভাৱৰ ঘোঁৰাটোৱে মাজনিশা ভয়ঙ্কৰ হৈ উঠা আৰু পৰিজনবৰ্গক জগাই তুলিব পৰা খোজৰ শব্দ নকৰাকৈ, গালৰ শব্দ নোহোৱাকৈ আৰু চেঁহনি বন্ধ কৰি চঞ্চলতা এৰি স্থিৰ খোজেৰে আগবাঢ়ি যাবলৈ ধৰিলে ॥ ৮০ ॥

তেতিয়া যক্ষবিলাকে নিজৰ দেহ নত কৰি মণিবন্ধত পিন্ধা সোণৰ গামখাৰুৰে বিভূষিত, পদুম ফুলৰ নিচিনা সুন্দৰ, কামত খৰতকীয়া হাতৰ আঙুলিৰে সেই ঘোৰাটোৰ পদুম ফুলৰ নিচিনা খুৰাবিলাক খোজেপতি মাটিত গুজি দি খোজ ঠিক কৰি ৰাখিছিল ॥ ৮১ ॥

নগৰৰ বহিৰ্দ্বাৰ (পদূলিমুখৰ দুৱাৰ) বিলাক প্ৰকাণ্ড গধুৰ দাং আৰু কপাটেৰে এনেভাৱে বন্ধ কৰি থোৱা হৈছিল যে কেবাটাও হাতীয়েও সহজে মেলিব নোৱাৰে; সেই দুৱাৰবিলাকো ৰাজকমাৰ ওলাই যোৱাৰ সময়ত কোনো শব্দ নোহোৱাকৈ আপোনাআপুনি মেলখাই গ'ল ॥ ৮২ ॥

দৃঢ়সংকল্প আৰু অনাসক্ত ৰাজকুমাৰে মুখৰপিনে চাই থকা পিতৃ, শিশুপুত্ৰ, অনুৰাগী জনতা আৰু অতি উত্তম লক্ষ্মী (গৃহলক্ষ্মী আৰু ৰাজলক্ষ্মীক) নেওচি সেই পিতৃ নগৰৰ পৰা বাহিৰ হৈ গ'ল ॥ ৮৩ ॥

তাৰ পিচত বিকশিত পদুমৰ পাহিৰ দৰে আয়ত নয়ন-সম্পন্ন সেই ৰাজকুমাৰে নগৰৰ পিনে ফিৰি চাই সিংহনাদ কৰি কলে, "জন্ম আৰু মৃত্যুৰ পাৰ (অন্ত) নোপোৱালৈকে মই পুনৰ্বাৰ কপিলবাস্তু নগৰত প্ৰৱেশ নকৰো" ॥ ৮৪ ॥

এনেকৈ কোৱা তেওঁৰ কথা শুনিবলৈ পাই কুবেৰৰ পাৰিষদ (যক্ষ) বিলাকে বৰ ৰং পালে আৰু দেৱতাসকলেও প্ৰসন্ন মনেৰে তেওঁৰ মনৰ সংকল্প সিদ্ধিৰ অৰ্থে আশীৰ্বাদ দিলে ॥ ৮৫ ॥



অগ্নিৰদৰে উজ্জ্বল মূৰ্তিমান আন কিছুমান স্বৰ্গবাসী দেৱতাই তেওঁৰ নিশ্চিত সংকল্প অতি দুঃসাধ্য বুলি জানি তেওঁৰ হিমাকীৰ্ণ (বৰফেৰে আচ্ছন্ন হৈ থকা) পথত মেঘৰ মাজেদি ওলাই অহা চন্দ্ৰৰ কিৰণৰ দৰে পোহৰ কৰি থাকিল ॥ ৮৬ ॥

ইন্দ্ৰৰ ঘোঁৰাৰ নিচিনা দ্ৰুত বেগী সেই ঘোঁৰাটোৱে তাৰ মনত সোমাই কোনোবাই যেন চলাই নিছে তেনে-কুৱাকৈ বেগেৰে যাব ধৰিলে। এনেকৈ ৰাজকুমাৰে আকা-শত সূৰ্যৰ কিৰণৰ দ্বাৰা তৰাবিলাক নিস্তেজ হৈ পৰা সময়লৈকে (ধলপুৱা সময়লৈকে) বহুত যোজন দূৰ বাট অতিক্ৰম কৰিলে ॥ ৮৭ ॥

শ্ৰীমহামণ্ডলেশ্বৰৰ মন্ত্ৰী অশ্বঘোষ ৰচিত 'বুদ্ধচৰিত' মহাকাব্যৰ 'গৃহত্যাগ' নামেৰে পঞ্চম সৰ্গৰ ইয়াতে সামৰণি পৰিল ॥

# ষষ্ঠ সৰ্গ

## ছন্দক নিৰৰ্তন

তাৰ কন্তেক পিচতে, জগতৰ নেত্ৰস্বৰূপ সূৰ্যদেৱ উদয় হ'লত সেই নৰশ্ৰেষ্ঠ ৰাজকুমাৰে ভাৰ্গৱ ঋষিৰ আশ্ৰম দেখা পালে ॥ ১ ॥

সেই আশ্ৰমত হৰিণবিলাক নিৰ্ভয়ভাৱে শুই আছিল আৰু চৰাইবিলাকো শান্তভাৱে ৰৈ আছিল। তাকে দেখি তেওঁৰ দুখ ভাগৰ আঁতৰি গ'ল আৰু নিজে কৃতাৰ্থ হোৱা যেন বোধ কৰিলে ॥ ২ ॥

তেওঁ নিজৰ অভিমান ত্যাগৰ অৰ্থে আৰু তপস্যাৰ প্ৰতি সন্মান প্ৰদৰ্শনৰ অৰ্থে নিজৰ নিয়মানুৱৰ্তিতা ( শিষ্টাচাৰ ) ৰক্ষা কৰিবলৈ ঘোৰাৰ পিঠিৰপৰা নামিল ॥ ৩ ॥

ঘোৰাৰপৰা নামি তেওঁ সঙ্কট পাৰ হৈ অহা হ'ল বুলি ঘোৰাটোক মৰমেৰে স্পৰ্শ কৰিলে ( ঘোৰাটোৰ গা পিহি দিলে ) আৰু স্নেহপূৰ্ণ দৃষ্টিৰে ছন্দকক যেন সিক্ত কৰি প্ৰসন্ন মনেৰে ক'লে, ॥ ৪ ॥

"হে সৌম্য, এই গৰুড়ৰ তুল্য দ্ৰুতবেগী ঘোৰাৰ পিচত আহি তুমি মোৰ প্ৰতি ভক্তি তথা নিজৰ এই পৰাক্ৰম ( কৰ্মক্ষমতা ) ভালকৈ প্ৰদৰ্শন কৰিলা ॥ ৫ ॥

"প্ৰভুৰ প্ৰতি তোমাৰ মৰম আৰু কৰ্মশক্তি এনেকুৱা যে মই অন্যকাৰ্যত সৰ্বতোভাৱে ৰত হোৱা সত্ত্বেও মোক তুমি হৃদয়েৰে গ্ৰহণ কৰিছা ( নিজৰ কৰি লৈছা ) ॥ ৬ ॥



"ভক্তিমান ( মৰমিয়াল ) নহয়, অথচ কামত সমৰ্থ ( শক্তিমান )—এনে লোক আছে, কামত অসমৰ্থ অথচ ভক্তিমান এনেকুৱা লোকো আছে, কিন্তু তোমাৰ লেখিয়া একাধাৰে ভক্তিমান আৰু শক্তিমান ( কামত সমৰ্থ ) লোক পৃথিৱীত দুৰ্লভ ॥ ৭ ॥

"সেয়ে, তোমাৰ এই মহৎ আৰু সফল কৰ্মৰ দ্বাৰা মই সন্তুষ্ট হৈছোঁ। মোৰ প্ৰতি তোমাৰ এই ভাব ( ভক্তিভাব ) কোনো ফললাভৰ আশাতো নহয় ॥ ৮ ॥

"কোনো মানুহ ( বাঞ্ছিত ) ফলদানৰ ক্ষমতাত থকা ( অধিকাৰী ) লোকৰ মুখাপেক্ষী নহয় ? কিন্তু তাৰ বিপৰীত অৰ্থাৎ ফলদানৰ ক্ষমতা নোহোৱা লোকৰ প্ৰতি আত্মীয়-স্বজনো অত্যন্ত সাধাৰণজন যেন ( নিৰপেক্ষ ) হৈ থাকে ॥ ৯ ॥

"কুল ( বংশ ) ৰক্ষাৰ অৰ্থে পুত্ৰক পালন কৰা হয় আৰু পোহপাল দিয়াৰ অৰ্থে পিতৃক সেৱা-শুশ্ৰূষা কৰা হয়। এনেদৰে আশাৰ দ্বাৰাই জগৎখনৰ লোক ( ইজনৰ লগত সিজন ) মিলি আছে, কোনো কাৰণ নোহোৱাকৈ আত্মীয়তা নহয় ॥ ১০ ॥

"বেছিকৈ কোৱাৰ প্ৰয়োজন কি ? সংক্ষেপে ক'বলৈ হ'লে, তুমি মোৰ অতি মহৎ প্ৰিয় কাৰ্য সাধন কৰিছা। এতিয়া ঘোৰাটো লৈ ফিৰি যোৱা, মই মোৰ ইপ্সিত স্থান পালোঁহি" ॥ ১১ ॥

ইয়াকে কৈ সেই মহাবাহু ৰাজকুমাৰে শোক-সন্তপ্ত মনেৰে থকা ছন্দকৰ প্ৰতি কৃতজ্ঞতা প্ৰকাশ কৰাৰ ইচ্ছাত অলঙ্কাৰবিলাক সোলোকাই তেওঁক দি দিলে ॥ ১২ ॥

যিটো মুকুটমণিয়ে প্ৰদীপৰ কাৰ্য কৰে ( অৰ্থাৎ প্ৰদীপৰ দৰে জ্বলি থাকে ) সেই উজ্জ্বল মণিটো মুকুটৰপৰা সোলো-

কাই লৈ তলৰ কথাখিনি কৈ থিয় হৈ থকা তেওঁক সূৰ্যেৰে সৈতে থকা মন্দৰ পৰ্বত যেন দেখা গৈছিল ॥ ১৩ ॥

মণিটো হাতত লৈ তেওঁ কলে, "হে ছন্দক, এই মণিৰ দ্বাৰা তুমি মহাৰাজক বাৰম্বাৰ প্ৰণাম কৰিবা আৰু তেওঁৰ শোক-সন্তাপ নিবাৰণৰ অৰ্থে বিশ্বাসযোগ্যভাৱে এই কথা জনাবা ॥ ১৪ ॥

"(তুমি জনাবা) যে মই সঁচাকৈয়ে স্বৰ্গলাভৰ লালসাত বা আপোনালোকৰ প্ৰতি মৰম নোহোৱাৰ কাৰণে অথবা খং কৰি তপোবনলৈ অহা নাই, জৰা-মৰণৰ নাশৰ উদ্দেশ্যেহে আহিছোঁ ॥ ১৫ ॥

"গতিকে এনেকৈ (ঘৰৰপৰা) ওলাই অহাত মোৰ কাৰণে আপুনি শোক নকৰিব ; কিয়নো, বহুকাল ধৰি চলি থকা মিলনো সময়ত বিচ্ছেদত পৰিণত হ'ব ॥ ১৬ ॥

"যিহেতুকে (আপোনালোকৰপৰা মোৰ) বিচ্ছেদ ঘটাটো নিশ্চিত (অপৰিহাৰ্য) সেই হেতুকে কেনেকৈনো আত্মীয়-স্বজনৰ লগত পুনৰ্বাৰ বিয়োগ নঘটাকৈ থাকে, তাকে ভাবি মোৰ মন মোক্ষৰ প্ৰতি আকৃষ্ট হৈছে ॥ ১৭ ॥

"মই শোক পৰিহাৰৰ কাৰণে বাহিৰ ওলাই আহিছোঁ, গতিকে মোৰ কাৰণে শোক কৰিব নালাগে, শোকৰ কাৰণভূত বিষয় ভোগত আসক্ত যিসকল অনুৰাগী লোক সেইবিলাকৰ কাৰণেহে শোক কৰিব লাগে ॥ ১৮ ॥

"আমাৰ পূৰ্ব পুৰুষসকলৰো এয়ে (তপস্যা কৰাটোৱে) দৃঢ় ধাৰণা আছিল। মই সেই পৰম্পৰাগত পৈত্ৰিক পথেৰেই চলিছোঁ। গতিকে মোৰ কাৰণে শোক কৰা অনুচিত ॥ ১৯ ॥



"মানুহৰ বিপৰ্যয় (মৰণ বা পৰিৱৰ্তন) ঘটিলে ধন-সম্পত্তিৰ উত্তৰাধিকাৰী[১] হওঁতা লোক বহুত আছে ; কিন্তু ধৰ্মাচৰণৰ উত্তৰাধিকাৰী[২] হওঁতা মানুহ পৃথিৱীত দুৰ্লভ অথবা নায়েই ॥ ২০ ॥

"এওঁ অসময়ত (উপযুক্ত সময় নৌহওঁতেই) বনলৈ গ'ল বুলি ক'ব পাৰে যদিও (তাৰ উত্তৰ এই যে) প্ৰাণীৰ জীৱন চঞ্চল (অস্থিৰ) হোৱাৰ কাৰণে ধৰ্মাচৰণৰ কোনো নিৰ্দিষ্ট কাল নাই ॥ ২১ ॥

"সেইকাৰণে শ্ৰেয়ঃ (কল্যাণ) এতিয়াই সংগ্ৰহ কৰি ল'ব লাগে বুলি মই স্থিৰ কৰিছোঁ। প্ৰতিকূল মৃত্যু আগত থাকোতে জীৱনত কি বিশ্বাস আছে ? ॥ ২২ ॥

"হে সৌম্য, এইবোৰ কথা তুমি মোৰ ভূপতি পিতৃ-দেৱক জনাবা আৰু তেওঁ যাতে মোৰ কথা পাহৰি যায় তাৰ কাৰণে যত্ন কৰিবা ॥ ২৩ ॥

"ৰজাৰ আগত তুমি মোক অতি গুণহীন বুলি বৰ্ণনা কৰিবা, কিয়নো গুণহীনতা বা দোষৰ কাৰণে মৰম এৰা পৰে (স্নেহ নোহোৱা হয়) আৰু মৰম এৰা পৰিলে শোক নহয়" ॥ ২৪ ॥

এই কথা শুনি ছন্দক শোকত কাতৰ হৈ পৰিল আৰু হাতযোৰ কৰি বাষ্পবিগলিত গদ্‌গদ কণ্ঠে প্ৰত্যুত্তৰ দিলে, ॥২৫॥

"প্ৰভু, আপোনাৰ এই বন্ধুবান্ধবৰ মনত কষ্টদায়ক মনোভাবৰ দ্বাৰা মোৰ মন নদীৰ বোকাত পৰা হাতীৰ দৰে অবসন্ন (ব্যথিত) হৈ পৰিছে ॥ ২৬ ॥

"আপোনাৰ এনেকুৱা সঙ্কল্পৰ কথা শুনি কাৰ বাৰু চকুৰ পানী নোলাব ? যাৰ হিয়া লোৰে তৈয়াৰী তাৰো

(১) মূলত 'অৰ্থদায়াদাঃ'। (২) মূলত 'ধৰ্মদায়াদাঃ'।

চকুপানী ওলাব, (তেনেস্থলত) যাৰ হৃদয় স্নেহত কাতৰ তেনে লোকৰতো কথাই নাই ॥ ২৭ ॥

"ৰাজকাৰেঙৰ শয্যাত শোৱাৰ যোগ্য সেই সৌকুমাৰ্য (কোমলতা) ক'ত, কঠোৰ (তীক্ষ্ণ) কুহবনৰ আগেৰে ভৰ পূৰ তপোবন ভূমিয়েই বা ক'ত ? ॥ ২৮ ॥

"হে প্ৰভু, আপোনাৰ নিশ্চিত সঙ্কল্প শুনি মই যে এই ঘোঁৰাটো আনি দিছিলোঁ সেই কাম মোক দৈৱশক্তিয়েহে বলেৰে কৰাইছিল ॥ ২৯ ॥

"যদি মই নিজৰ বশ হৈ থাকিলোহেঁতেন (স্বাধীনভাৱে চলিব পাৰিলোহেঁতেন) তেন্তে আপোনাৰ এই নিশ্চিত সঙ্কল্প জানিও কিয় এই কপিলবাস্তুৰ শোকস্বৰূপ (আপদীয়া) ঘোঁৰাটোক আপোনাৰ ওচৰলৈ আনিলোহেঁতেন ? ॥ ৩০ ॥

"সেইকাৰণে হে মহাবাহু ! অত্যন্ত পুত্ৰবৎসল, মৰমিয়াল আৰু বুঢ়াৰজাক আপুনি, নাস্তিকে সধৰ্ম ত্যাগ কৰাৰ দৰে ত্যাগ কৰিব নালাগে ॥ ৩১ ॥

"আৰু আপোনাক লালন-পালন কৰি এতিয়া ভাগৰি পৰা, আপোনাৰ দ্বিতীয়া মাতৃদেৱীকো অকৃতজ্ঞ লোকে (আনে কৰা) সেৱা-সৎকাৰ পাহৰি যোৱাৰ দৰে পাহৰি যোৱা উচিত নহয় ॥ ৩২ ॥

"পুত্ৰৰত্নটি কেচুৱা অৱস্থাত থাকোতেই তাৰ জননী শ্ৰেষ্ঠ কুলোদ্ভৱা, গুণৱতী, পতিব্ৰতা দেৱী যশোধৰাক আপুনি কাপুৰুষে সমুখত উপস্থিত হোৱা লক্ষ্মীক (ধন সম্পদ) ত্যাগ কৰাৰ নিচিনাকৈ ত্যাগ কৰিব নালাগে ॥ ৩৩ ॥

"যশস্বী আৰু ধাৰ্মিকসকলৰ ভিতৰত শ্ৰেষ্ঠ, প্ৰশংসাৰ পাত্ৰ, যশোধৰাৰ এই শিশু পুত্ৰক (ৰাহুলক) আপুনি ব্যসনত আসক্ত লোকে সুযশ পৰিত্যাগ কৰাৰ দৰে পৰিত্যাগ নকৰিব ॥ ৩৪ ॥



"প্ৰভু, যদিহে আপুনি বন্ধু-বান্ধৱসকলক আৰু ৰাজ্যক ত্যাগ কৰিবলৈ স্থিৰ কৰিছে তথাপি মোক ত্যাগ নকৰিব ; আপোনাৰ চৰণযুগলেই মোৰ একমাত্ৰ গতি (আশ্ৰয়) ॥ ৩৫ ॥

"মোৰ মন দেই-পুৰি যাব ধৰিছে, এনেকুৱা সন্তপ্ত মনেৰে মই আপোনাক অৰণ্যত এৰি, সুমন্ত্ৰ যোৱাৰ নিচিনাকৈ নগৰলৈ ফিৰি যাব নোৱাৰোঁ ॥ ৩৬ ॥

"আপোনাক লগত নিনিয়াকৈ নগৰলৈ গ'লে মোক অকলে দেখি মহাৰাজে কি ক'ব ? মই আচল কথাটো জানিছোঁ বাবে আপোনাৰ অন্তঃপুৰৰ মহিলাসকলৰ আগতে বা কি ক'মগৈ ? ॥ ৩৭ ॥

"আপুনি যে ৰজাৰ আগত আপোনাৰ দোষৰ বৰ্ণনা কৰিব লাগে বুলি কৈছে, মুনিৰ নিচিনা নিৰ্দোষ আপোনাৰ বিষয়ে সেই অসত্য কথা ক'ব পাৰিমনে ? ॥ ৩৮ ॥

"লাজত সঙ্কুচিত হৃদয়েৰে, জিভাখন সাজু কৰি লৈ তেনে কথা যদিওবা মই কোনো প্ৰকাৰে কওঁ কোনো তাক বিশ্বাস কৰিব ? ॥ ৩৯ ॥

"হে দোষজ্ঞ, যিলোকে চন্দ্ৰ উত্তপ্ত বুলি ক'ব পাৰে বা সেই কথাত বিশ্বাস কৰিব পাৰে তেনে লোকেহে আপোনাৰ দোষৰ কথা কব পাৰিব বা তেনে কথাত বিশ্বাস কৰিব ॥ ৪০ ॥

"আপুনি সৰ্বদাই দয়ালু আৰু সহানুভূতিশীল । সেই বাবে আপোনাৰ পক্ষে আপোনাৰ প্ৰতি স্নেহশীল (মৰমিয়াল) লোকক ত্যাগ কৰাটো সমুচিত কাম নহয়, ফিৰি বলক, মোৰ প্ৰতি প্ৰসন্ন হওক" ॥ ৪১ ॥

শোকত অভিভূত হৈ পৰা ছন্দকে কোৱা এই কথা বোৰ শুনি ৰাজকুমাৰজনাই শান্তভাৱে আৰু পৰম ধৈৰ্য সহকাৰে ক'লে, ॥ ৪২ ॥

"ছন্দক, মোৰ লগত বিয়োগ ঘটাৰ কাৰণে হোৱা এই সন্তাপ ( শোক ) এৰা। বেলেগ বেলেগ জন্মলাভ কৰা দেহধাৰী প্ৰাণীৰ এনেকুৱা বিভিন্ন প্ৰকাৰৰ জন্ম হোৱাটো অপৰিহাৰ্য ॥ ৪৩ ॥

"যদিওবা মই স্নেহবশতঃ আত্মীয়-স্বজনক নিজে পৰিত্যাগ নকৰোঁ তথাপিও ( আমি মৃত্যুৰ অধীন প্ৰাণী গতিকে ) মৃত্যুই বলেৰে আমাৰ ইজনক সিজনৰপৰা অৱশ্যে আঁতৰাই নিব ॥ ৪৪ ॥

"যিগৰাকী মাতৃয়ে পৰম তৃষ্ণাৰে ( আগ্ৰহেৰে ) বহুত দুখ সহ্য কৰি মোক গৰ্ভত ধাৰণ কৰিছিল সেই মাতৃৰ ( মোক লগত ৰখাৰ ) সকলো যত্ন বিফল হৈছে ; এতিয়া মই ক'ত আছোঁ আৰু মোৰ মাতৃয়ে বা ক'ত আছে ? ॥ ৪৫ ॥

"চৰাইবিলাকে যিদৰে ( নিশা ) বাহ লোৱা গছজোপাত একেলগ হৈ থাকি ( পুৱা ) বেলেগ বেলেগ ঠাইলৈ গুচি যায় সেইদৰে প্ৰাণীবিলাকৰো ( সংসাৰত হোৱা ) মিলনৰ শেষত বিচ্ছেদ অৱশ্যম্ভাৱী ॥ ৪৬ ॥

"মেঘবোৰ যিদৰে লগ লাগি আকৌ ( বিচ্ছিন্ন ) হৈ পৰে, মই ভাবোঁ, প্ৰাণীবিলাকৰো সেইদৰে সংযোগ আৰু বিয়োগ ঘটে ॥ ৪৭ ।

"যিহেতুকে ইহলোকৰ প্ৰাণীবৰ্গৰ ইটোৱে সিটোক ফাঁকি দি গুচি যায় সেইকাৰণে এই সপোনত হোৱাৰ দৰে হোৱা মিলনক মোৰ বুলি কব নোৱাৰি ॥ ৪৮ ॥

"গছে যে সহজাত হোৱা সত্ত্বেও তাৰ পাতৰ বৰণ ত্যাগ কৰিব লগাত পৰে তেনেস্থলত পৰস্পৰ ভিন্ন প্ৰাণী বিলাকৰ ইটোৰ লগত আনটোৰ বিয়োগ নহব কিয় বাৰু ? ॥ ৪৯ ॥



"হে সৌম্য, এনে অৱস্থাত তুমি শোক নকৰিবা, ( এতিয়া ) যোৱাগৈ। তথাপি যদি তোমাক মৰমে এৰা নিদিয়ে তেন্তে গৈয়ো আকৌ আহিব পাৰিবা ॥ ৫০ ॥

"কপিলবাস্তুত গৈ মোৰ কাৰণে অপেক্ষা কৰি থকা লোকবিলাকক ক'বা ঃ তেওঁৰ ( ৰাজকুমাৰৰ ) প্ৰতি স্নেহ ( মৰম ) পৰিত্যাগ কৰা আৰু তেওঁৰ সঙ্কল্পৰ কথা শুনা ॥ ৫১ ॥

"ঃ জন্ম আৰু মৃত্যুৰ ক্ষয় ( বিনাশ ) সাধন কৰি তেওঁ অৱশ্যে অতি সোনকালে ফিৰি আহিব, আৰু তাত যদি অকৃতকাৰ্য হয় তেনেহলে সকলো কাম ত্যাগ কৰি নিষ্ক্ৰিয় হৈ নিধন প্ৰাপ্ত হব ( মৰি যাব )" ॥ ৫২ ॥

তেওঁৰ ( ৰাজকুমাৰৰ ) এই কথা শুনি তুৰগশ্ৰেষ্ঠ কন্থকে জিভাৰে তেওঁৰ ভৰি দুখন চেলেকিবলৈ ধৰিলে আৰু তাৰ লগে লগে তপত চকুপানী পেলাবলৈ ধৰিলে ॥ ৫৩ ॥

তেতিয়া ৰাজকুমাৰে জালচিহ্ন তথা স্বস্তিকা চিহ্নযুক্ত আৰু মাজত চক্ৰচিহ্ন থকা হাতেৰে তাৰ ( সেই ঘোঁৰাটোৰ ) গাটো পিহি দিলে আৰু সমনীয়া সখিয়েকক কোৱাৰ দৰে ক'লে, ॥৫৪॥

"কন্থক, চকুলো নেপেলাবা, তুমি যে বৰ ভাল ঘোঁৰা সেইটো প্ৰমাণ কৰি দেখুৱালা। ( শোক ) সহ্য কৰাচোন বাৰু, তোমাৰ এই পৰিশ্ৰম সোনকালে সফল হ'ব" ॥ ৫৫ ॥

তেতিয়া সেই ধীৰস্বভাৱ ৰাজকুমাৰে ছন্দকৰ হাতত থকা, মণিনিৰ্মিত নাল লগোৱা, বিচিত্ৰভাৱে সোণপানী চৰোৱা, তীক্ষ্ণ অসি ( তৰোৱাল ) খন গাঁতৰপৰা বিষধৰ সাপ টানি উলিওৱাৰ দৰে খাপৰপৰা টানি উলিয়ালে ॥ ৫৬ ॥

নীলা পদুমৰ পাহিৰ দৰে নীল বৰণীয়া সেই তৰোৱাল খন উলিয়াই লৈ ( তাৰ দ্বাৰা ) চুলিৰে সৈতে বিচিত্ৰ মুকুটটো কাটি পেলালে ; তেতিয়া চাৰিওপিনে জেউতি বিস্তৃত

হৈ পৰা সেই মুকুটটো, হাঁহ এটাক সৰোবৰৰ মাজলৈ দলিয়াই দিয়াৰ দৰে আকাশৰ পিনে দলিয়াই দিলে ॥ ৫৭ ॥

স্বৰ্গবাসী দেৱতাসকলে তেওঁৰ প্ৰতি বেছি শ্ৰদ্ধাবশতঃ আৰু পূজা কৰাৰ ইচ্ছাৰে সেই কটা যোৱা মুকুটটো গ্ৰহণ কৰিলে আৰু স্বৰ্গত নি তাক স্বৰ্গীয় বিশেষত্বেৰে যথোচিত-ভাৱে পূজা কৰিলে ॥ ৫৮ ।

অলঙ্কাৰ স্বৰূপ ভাৰ্যাৰ স্বামীত্ব ত্যাগ কৰি আৰু শিৰৰ সৌন্দৰ্য ত্যাগ কৰি সোণৰ হাঁহ অঙ্কন কৰা (সোণৰ গুণাৰে হাঁহৰ বুটা তোলা) নিজৰ কাপোৰ দেখি সেই ধীৰ কুমাৰে (তাৰ পৰিৱৰ্তে) বনবাসীৰ উপযোগী কাপোৰ পাবলৈ ইচ্ছা কৰিলে ॥ ৫৯ ॥

তেতিয়া পৱিত্ৰ অন্তঃকৰণসম্পন্ন, স্বৰ্গবাসী দেৱতা এজনে তেওঁৰ মনৰ অভিপ্ৰায় বুজি ব্যাধৰ বেশত কাষায় (পিক-বৰণৰ) বস্ত্ৰ পৰিধান কৰি তেওঁৰ ওচৰলৈ আহিল । শাক্য ৰাজকুমাৰে তেওঁক কলে, । ৬০ ॥

"হে সৌম্য, ঋষিৰ চিহ্ন পৱিত্ৰ কাষায় বস্ত্ৰ আৰু হিংস্ৰ ধনু তোমাৰ পক্ষে যোগ্য পোচাক নহয় । যদি ইয়াৰ প্ৰতি বেছি মোহ (আসক্তি) নাই তেন্তে সেই কাপোৰখিনি মোক দিয়া আৰু এই শুক্ল বস্ত্ৰখিনি তুমি লোৱা" ॥ ৬১ ॥

চিকাৰীয়ে কলে, "হে কামনাদাতা, মই ইয়াৰ (এই পোচাকৰ) দ্বাৰা (পশুৰ) বিশ্বাস ওপজাই স্বচ্ছন্দে ওচৰলৈ গৈ পশু মাৰোঁ । হে ইন্দ্ৰতুল্য, ইয়াৰ যদি আপোনাৰ কিবা প্ৰয়োজন আছে তেন্তে ভাল বাৰু, লওক আৰু (আপোনাৰ) বগা কাপোৰখিনি মোক দিয়ক" ॥ ৬২ ॥

তেতিয়া তেওঁ পৰম আনন্দেৰে সেই বনবাসৰ যোগ্য কাপোৰখিনি ল'লে আৰু মিহি, ভাল কাপোৰখিনি ব্যাধক দি দিলে । ব্যাধেও সেই বগা কাপোৰখিনি লৈ দিব্যৰূপ ধৰি স্বৰ্গৰপিনে গুচি গ'ল ॥ ৬৩ ॥



তাৰ পিচত তেওঁক তেনেকৈ যোৱা দেখি ৰাজকুমাৰ আৰু সেই ঘোঁৰাৰখীয়াই (ছন্দক) আচৰিত মানিলে আৰু লগে লগে বনবাসৰ উপযোগী কাপোৰখিনিৰ প্ৰতি বেছি সমাদৰ দেখুৱালে ॥ ৬৪ ॥

তেতিয়া সেই ধীৰ আৰু যশস্বী মহাত্মা ৰাজকুমাৰে মুখমণ্ডলৰ ওপৰেদি চকুৰপানী বৈ থকা ছন্দকক তাতে এৰি, কাপোৰ পিন্ধি সন্ধ্যা সময়ৰ (ৰঙা) মেঘেৰে আবৃত চন্দ্ৰৰ দৰে হৈ আশ্ৰমৰ ফালে যাব ধৰিলে ॥ ৬৫॥

তেতিয়া প্ৰভুৱে ৰাজ্যৰ প্ৰতি নিস্পৃহ হৈ সেইদৰে বিবৰ্ণ (বোলোৱা) কাপোৰ পিন্ধি তপোবনৰ পিনে গুচি গ'লত সেই ঘোঁৰাৰখীয়াজনে হাত আফলিয়াই বৰকৈ চিঞৰি চিঞৰি কান্দিবলৈ ধৰিলে আৰু মাটিত বাগৰি পৰিল ॥ ৬৬ ॥

তেওঁ বাৰম্বাৰ সেইপিনে চাই দুই বাহুৰে (হাত দুখনেৰে) সেই কন্থক নামৰ ঘোঁৰাটোক আকোৱালি ধৰি উচ্চস্বৰে কান্দিলে। তাৰ পিচত নিৰাশ হৈ বাৰে বাৰে বিলাপ কৰি কৰি অকল শৰীৰেৰেহে, মনেৰে নহয়, নগৰলৈ ফিৰি গ'ল ॥ ৬৭ ॥

তাৰপৰা বাটত যাওঁতে তেওঁ কোনো ঠাইত (বহি) চিন্তা কৰিলে, কোনো ঠাইত বা বিলাপ কৰি কান্দিলে, কোনো ঠাইত আকৌ পিছল খালে আৰু কোনো ঠাইত বাগৰি পৰিল । এইদৰে কুমাৰৰ প্ৰতি ভক্তিবশতঃ দুঃখিত হৈ তেওঁ অৱশভাৱে নানা প্ৰকাৰ আচৰণ কৰিলে ॥ ৬৮ ॥

শ্ৰীমহামণ্ডলেশ্বৰৰ মন্ত্ৰী অশ্বঘোষ ৰচিত 'বুদ্ধচৰিত' মহাকাব্যৰ 'ছন্দকনিৱৰ্তন' নামেৰে ষষ্ঠসৰ্গ ইমানতে সমাপ্ত হ'ল ॥

# সপ্তম সৰ্গ

## তপোবন প্ৰৱেশ

তাৰ পিচত মুখৰ ওপৰেদি চকুপানী পেলাই কান্দি থকা অৱস্থাতে ছন্দকক বিদায় দি বনবাসৰ স্বচ্ছন্দতা লাভৰ কাৰণে বিষয়ৰ প্ৰতি আস্থাহীন হৈ সেই ( ৰাজকুমাৰ ) সৰ্বাৰ্থসিদ্ধি দেৱতাৰ দৰে নিজৰ শৰীৰৰ তেজেৰে ( প্ৰভাৱে ) সকলোকে অভিভূত কৰি আশ্ৰম পালেগৈ ॥ ১ ॥

সিংহসদৃশ গতিসম্পন্ন সেই ৰাজপুত্ৰই মৃগৰ দৰে (অহিংস-ভাৱে) গৈ পশুৰ জিৰণি স্থানত ( আশ্ৰমত ) প্ৰৱেশ কৰিলে আৰু ৰাজলক্ষ্মী (ৰজাৰ চিহ্ন ) নোহোৱা সত্বেও তেওঁ অকল নিজৰ শৰীৰ-লক্ষ্মীৰে ( শাৰীৰিক শোভাৰে ) সকলো আশ্ৰম-বাসীৰে দৃষ্টি আকৰ্ষণ কৰিলে ॥ ২ ॥

হাতত যুঁৱলি লোৱা খেতিয়কবিলাকে তেওঁক দেখাৰ আগ্ৰহত য'তে আছিল ত'তে থাকি সপৰিবাৰে হালোৱা গৰুবোৰৰ দৰে মূৰবোৰ অধোনমিত কৰি সেই ইন্দ্ৰোপম পুৰুষজনালৈ চাইহে থাকিল, আগবাঢ়ি নগ'ল ॥ ৩ ॥

আৰু হোমৰ খৰি বিচাৰি বাহিৰলৈ যোৱা ব্ৰাহ্মণসকলে হাতত হোমখৰি আৰু পৱিত্ৰ ফুল লৈ ফিৰি আহোতে পোনে পোনে মঠলৈ ( আশ্ৰমৰ বাসস্থানলৈ ) নগৈ তেওঁক চাবলৈ আগবাঢ়ি গৈছিল, যদিও অৱশ্যে তেওঁবিলাকৰ তপস্যাহে মুখ্য কাৰ্য আছিল আৰু তেওঁবিলাকৰ বুদ্ধিও স্থিৰ আছিল ॥ ৪ ॥



ম'ৰাচৰাইবিলাকেও নীলাভ মেঘ দেখি আনন্দিত হোৱাৰ দৰে তেওঁক দেখি আনন্দত চালি ধৰি কেকাৰাৱ পাৰিবলৈ ধৰিলে , চঞ্চল-নয়ন হৰিণবিলাকে আৰু মৃগচাৰী তপস্বীসকলে[১] ঘাঁহ খাবলৈ এৰি তেওঁৰ পিনে মুখ কৰি থাকিল ॥ ৫ ॥

ক্ষীৰাই এৰি দিয়া সত্বেও হোমধেনু-( হোমৰ ঘি আৰু গাখীৰৰ অৰ্থে পুহি ৰখা গাই-) বিলাকে উদীয়মান সূৰ্যৰ দৰে তেজঃসম্পন্ন হৈ জ্বলি থকা ইক্ষ্বাকু কুলৰ প্ৰদীপস্বৰূপ সেই ৰাজকুমাৰজনাক দেখি ইমান হৰ্ষান্বিত হ'ল যে সেই গাইবিলাকৰ ওহাৰৰপৰা গাখীৰ বৰলৈ ধৰিলে ॥ ৬ ॥

"আঠজনা বসুৰ ভিতৰত এওঁ কোনোবা এজনা হব পায় ? অথবা অশ্বিনীকুমাৰ দুজনৰ এজনেই স্বৰ্গৰপৰা পৰি গ'ল নেকি ?" তেওঁক দেখি আচৰিত হোৱা মুনিসকলৰ বিস্ময় ভাবৰ-পৰা উঠা, এনেকুৱা কথাবোৰ বৰকৈ উচ্চাৰিত হ'ব ধৰিলে ॥ ৭ ॥

দেৱৰাজ ইন্দ্ৰৰ ( লেখৰ্যভৰ ) দ্বিতীয় শৰীৰ যেন চৰাচৰ বিশ্বৰ তেজঃপুঞ্জৰ তুল্য নাইবা হঠাৎ পৃথিৱীলৈ নামি অহা, সূৰ্যসদৃশ সেই ৰাজকুমাৰে সমগ্ৰ তপোবনখন আলোকিত কৰি তুলিলে ॥ ৮ ॥

তাৰ পিচত সেই আশ্ৰমৰ অধিবাসীসকলে তেওঁক যথাবিধি মান-সৎকাৰ কৰাত আৰু স্বাগত-সম্ভাষণ জনোৱাত তেওঁ সজল মেঘৰ দৰে গম্ভীৰ স্বৰেৰে সেই ধৰ্মাচাৰ্যসকলক সন্মানপূৰ্বক প্ৰতিসম্ভাষণ জ্ঞাপন কৰিলে ॥ ৯ ॥

সেই সম্পূৰ্ণ মোক্ষকামী ধৈৰ্যশীল পুৰুষজনাই স্বৰ্গকামী পুণ্য কৰ্মশীল লোকেৰে ভৰপূৰ আশ্ৰামখন আৰু তাত চলি থকা বিবিধ প্ৰকাৰৰ তপস্যাৰ আচৰণ চাই ঘূৰি ফুৰিলে ॥ ১০ ॥

---

১। পুৰণি কালত হৰিণৰ দৰে জীৱন যাপন কৰি ব্ৰতাচৰণ কৰা এক শ্ৰেণীৰ তপস্বী আছিল ।

শান্ত স্বভাৱৰ ৰাজকুমাৰে সেই তপোবনত তপোধন লোকসকলৰ তপশ্চৰ্যাৰ ধৰণ দেখা পাই তত্ত্বকথা (যথাৰ্থ সত্য) জনাৰ ইচ্ছাত তেওঁৰ পিছে পিছে আহি থকা কোনো এজন তপস্বীক এই কথা সুধিলে, ॥ ১১ ॥

"মই প্ৰথম আজিয়ে আশ্ৰম দেখা পাইছোঁ। গতিকে মই এনেকুৱা ধৰ্মাচৰণৰ বিধি (নিয়ম) নেজানো। সেইহেতুকে কিহৰ কাৰণে আপোনালোকৰ এনেকুৱা (ধৰ্মাচৰণৰ) প্ৰবৃত্তি হৈছে? আপোনালোকৰ নিশ্চিত ধাৰণাই বা কি? আপুনি মোক কওক ॥ ১২ ॥

তেতিয়া সেই তপঃপৰায়ণ ব্ৰাহ্মণজনে সেই বৃষভৰ তুল্য পৰাক্ৰমী, শাক্যবংশোদ্ভৱ, শ্ৰেষ্ঠ পুৰুষজনাৰ আগত যথাক্ৰমে তপস্যাৰ প্ৰকাৰভেদ আৰু ফলৰ কথা ক'বলৈ ধৰিলে ॥ ১৩॥

"পানীত আপোনা-আপুনি হোৱা বনৰীয়া ধান, শাকপাত, পানী, ফলমূল--এইবিলাকেই শাস্ত্ৰত কোৱামতে মুনিৰ জীৱিকা (তপস্বীৰ জীৱন-ধাৰণৰ উপায় বা আহাৰ); তেওঁবিলাকৰ তপস্যাৰো সেইদৰে নানা প্ৰকাৰভেদ আছে ॥ ১৪ ॥

"কোনো কোনোজন মুনি চৰাইৰ দৰে 'উঞ্চবৃত্তি'ৰ দ্বাৰা (খেতিয়কে চপাই নিয়াৰ পিচত খেতিৰ পথাৰৰপৰা নিজে বুটলি অনা শস্যেৰে) জীৱন নিৰ্বাহ কৰে; আন কোনো কোনোজনে হৰিণৰ দৰে ঘাঁহ খাই চৰি ফুৰে; আকৌ কোনো কোনোজনে উঁইৰ হাফলু হৈ সাপবিলাকৰ লগত বনৰ বতাহ খাই বৰ্তি থাকে ॥ ১৫ ॥

"কোনো কোনো তপস্বীয়ে শিলত চেপি-খুন্দি উপাৰ্জন কৰা খাদ্য খাই জীৱন নিৰ্বাহ কৰে; কোনোৱে অকল নিজ দাঁতেৰে কামুৰি ছিঙা আহাৰহে খায়; আন কোনো কোনোৱে আনৰ (আলহিৰ) উদ্দেশ্যে অন্ন পাক কৰি যদি (অথিতিক দিয়াৰ পিচত) অৱশেষ থাকে তেন্তে তাৰ দ্বাৰাহে ভোজন কাৰ্য সম্পাদন কৰে ॥ ১৬ ॥



"কোনো কোনো তপস্বীয়ে জঁট বন্ধা চুলিবোৰ অনবৰতে পানীৰে তিয়াই ৰাখি মন্ত্ৰপূৰ্বক হুবাৰকৈ অগ্নিত হোম কৰে, কোনো কোনোৱে বা পানীত ডুব দি, গাত কাছৰ সাঁচৰ (নখৰ আঘাত) খাই মাছবিলাকেৰে সৈতে একেলগে বাস কৰে ॥ ১৭ ॥

"এই ধৰণৰ বহুকাল ধৰি সঞ্চয় কৰা নানা প্ৰকাৰৰ শ্ৰেষ্ঠ তপস্যাৰ দ্বাৰা দেৱলোকলৈ যায় আৰু নিকৃষ্ট তপস্যাৰ দ্বাৰা মনুষ্য লোক পায়গৈ। দুখৰ বাটেৰে গৈহে সুখ পোৱা যায় আৰু সুখকে সকলো ধৰ্মৰ মূল বুলি কোৱা হয়" ॥ ১৮ ॥

যদিও তেতিয়া তেওঁৰ তত্ত্বজ্ঞান (বুদ্ধত্ব) লাভ হোৱা নাছিল তথাপি সেই ৰাজপুত্ৰই সেই তপোধন মুনিজনাৰ এই ধৰণৰ কথাবোৰ শুনি সন্তোষ নাপালে আৰু লাহে লাহে এই নিজৰ মনৰ কথাখিনি কব ধৰিলে, ॥ ১৯ ॥

"তপস্যা বিবিধ প্ৰকাৰৰ আৰু দুখাত্মক; তাৰ প্ৰধান ফল স্বৰ্গ। সমস্ত লোকেই পৰিৱৰ্তনশীল। গতিকে আশ্ৰম-বাসীসকলে অলপ ফল লাভৰ অৰ্থে এই পৰিশ্ৰম কৰিছে ॥ ২০ ॥

"যিবিলাকে প্ৰিয় বন্ধু-বান্ধৱসকল আৰু বিষয়ভোগ ত্যাগ কৰি স্বৰ্গলাভৰ অৰ্থে নিয়ম পালন (তপাচৰণ) কৰে তেওঁ-বিলাকে সেইবিলাকৰপৰা বিযুক্ত (মুক্ত) হৈ পুনঃ তাতকৈও বেছি ডাঙৰ (স্বৰ্গৰ) বন্ধনত পৰিবলৈ ইচ্ছা কৰে ॥ ২১ ॥

"আৰু যেয়ে তপস্যা নামৰ শাৰীৰিক ক্লেশবিলাকৰ দ্বাৰা বিষয় সুখৰ অৰ্থে কৰ্ম কৰিবলৈ ইচ্ছা কৰে তেওঁ সংসাৰৰ দোষবিলাক পৰীক্ষা নকৰাকৈ দুখৰ দ্বাৰা দুখ পাবলৈহে বিচাৰে ॥ ২২ ॥

"মৰণৰপৰা প্ৰাণীৰ সদায় ভয় আছে, অথচ পুনৰ্বাৰ জন্মগ্ৰহণ কৰিবলৈও যত্ন কৰে। জন্ম হোৱাৰ পিচত মৃত্যু নিশ্চিত ( অৱশ্যম্ভাৱী )। গতিকে প্ৰাণীবিলাকে যিহলৈ ভয় কৰে তাতেই মগ্ন হৈ থাকে ॥ ২৩ ॥

"কোনো কোনো লোকে ইহলোকৰ অৰ্থেই কষ্টত পৰে আৰু কোনোৱে আকৌ স্বৰ্গলাভৰ অৰ্থে পৰিশ্ৰম কৰে। আশাৰ বশীভূত হৈ দীনভাৱাপন্ন এই জীৱলোক, দৰাচলতে সুখলাভৰ অৰ্থে গৈ তাত অকৃতকাৰ্য হৈ দুখতহে পৰে ॥ ২৪ ॥

"অপকৃষ্ট বা অলপক এৰি উৎকৃষ্ট বা অধিকৰপিনে চলোৱা যি যত্ন সেই যত্ন গৰ্হিত নহয় সঁচা, কিন্তু জ্ঞানীলোকে একে কাৰ্যৰ দ্বাৰা তেনে কাৰ্য সাধন কৰিব লাগে যিটো কৰাৰ পিচত পুনৰ্বাৰ কৰিবলগীয়া কাৰ্য একো নাথাকে ॥ ২৫ ॥

"যদি ইহজগতত কৰা শৰীৰ পীড়াই ( শাৰীৰিক ক্লেশেই ) ধৰ্ম হয় তেন্তে শাৰীৰিক সুখেই অধৰ্ম হৈ পৰে ( বুলি মানিব লাগিব )। ধৰ্মৰ দ্বাৰা পৰলোকত ( প্ৰাণীৰ ) সুখলাভ হয় বাবে ইহলোকৰ ধৰ্মই ( পৰলোকত ) অধৰ্মৰূপ ফল দিয়ে ॥ ২৬ ॥

"যিহেতু শৰীৰটো মনৰ অধীন হৈহে বিষয়ত প্ৰবৃত্ত বা তাৰপৰা নিবৃত্ত হয় সেইহেতুকে চিত্তক ( মনটোক ) দমন কৰিব লাগে। চিত্তক বাদ দিলে শৰীৰটো কাঠৰ দৰে নিষ্ক্ৰিয় ॥ ২৭ ॥

"যদি আহাৰ শুদ্ধিৰ দ্বাৰাই পুণ্য হয় বুলি মনা হয় তেন্তে ( তৃণাহাৰী ) মৃগবিলাকৰো পুণ্য হয় বুলি আৰু যিসকল লোকে ভাগ্য দোষত ধন লাভ কৰিব নোৱাৰি ফলৰ ( বিষয় ভোগৰ ) পৰা বঞ্চিত হৈছে তেনে লোককো পুণ্যবান বুলি ক'ব লাগিব ॥ ২৮ ॥



"দুখৰ প্ৰতি আগ্ৰহেই যদি পুণ্যৰ কাৰণ হয় তেন্তে সুখৰ প্ৰতিওতো তেনে আগ্ৰহ কৰাটো উচিত হব! যদি সুখৰ প্ৰতি আগ্ৰহ প্ৰমাণ ( যথাৰ্থ ) নহয় তেন্তে দুখৰ প্ৰতি আগ্ৰহোতো প্ৰমাণ ( যথাৰ্থ ) হব নোৱাৰে ॥ ২৯ ॥

"সেইদৰে যিসকল লোকে কৰ্মক্ষয়ৰ কাৰণে যত্নবান হৈ তীৰ্থ বুলি পানীত আচমন বা স্নান কৰে তাতো তেওঁবিলাকৰ ই কেৱল হৃদয়ৰহে সন্তোষ, আচলতে হলে পানীয়ে পাপক ( ধুই ) পৱিত্ৰ কৰিব নোৱাৰে ॥ ৩০ ॥

"যদি, যিবিলাক পানী গুণীলোকে স্পৰ্শ কৰিছে তাকেই পৃথিৱীত তীৰ্থ বুলি মনা হয় তেন্তে সেই কাৰণতে মই সেই গুণবিলাককহে তীৰ্থ বুলি মানো, পানী নিঃসন্দেহে পানীয়েই, আন একো নহয়" ॥ ৩১ ॥

এইদৰে তেওঁ এই ধৰণৰ বহুপ্ৰকাৰ যুক্তিযুক্ত কথা ক'লে, ইপিনে বেলিও মাৰ গ'ল। তাৰ পিচত তেওঁ হোমৰ ধোঁৱাৰে গছবিলাক বিবৰ্ণ ( কলা ) হৈ পৰা আৰু তপস্যাৰ প্ৰভাৱত শান্তিপূৰ্ণ হৈ থকা, তপোবনত প্ৰৱেশ কৰিলেগৈ ॥ ৩২ ॥

তেতিয়া প্ৰজ্জ্বলিত হৈ থকা অগ্নিহোত্ৰ তুলি নিয়াত মন্ত্ৰজপৰ স্বৰেৰে দেৱালবিলাক প্ৰতিধ্বনিত হৈ উঠাত যজ্ঞৰ অন্তত অভিষেক ( স্নান ) কৰা ঋষিসকলেৰে পৰিপূৰ্ণ সেই বনখনত ধৰ্মৰ শেষকৃত্য আৰম্ভ হোৱা যেন লাগিছিল ॥ ৩৩ ॥

সেই চন্দ্ৰৰ তুল্য কান্তিমান পুৰুষজনাই নানাপ্ৰকাৰ তপস্যাৰ পৰীক্ষা কৰি কেইটামান নিশা সেই বনত বাস কৰি কটালে আৰু সকলো প্ৰকাৰ তপাচৰণৰ পদ্ধতিকে সংক্ষেপে বুজি লৈ সেই তপোবনৰপৰা গুচি গ'ল ॥ ৩৪ ॥

সেই আশ্ৰমবাসীবিলাকৰ মন তেওঁৰ ৰূপ আৰু মাহাত্ম্যত মুগ্ধ হৈ পৰা হেতুকে তেওঁবিলাকো সেই ঠাইৰপৰা অনার্য-বিলাকে জয় কৰি লোৱা দেশৰপৰা আঁতৰি গুচি যোৱা ধর্মৰ পিছে পিছে মহর্ষিবিলাক যোৱাৰ দৰে তেওঁৰ পিছে পিছে যাব ধৰিলে ॥ ৩৫ ॥

তাৰ পিচত তেওঁ সেই জঁটাধাৰণ কৰি, গছৰ বাকলি পিন্ধি, ফটা কাপোৰৰ কঁথা লৈ আনন্দ পোৱা, তপস্যাকে একমাত্র সম্পদ ৰূপে গ্ৰহণ কৰা, সেই তপস্বীসকলক দেখা পালে আৰু তেওঁবিলাকৰ তপস্যাৰ প্রতি সমাদৰ জনাই এজোপা পৱিত্ৰ আৰু শুৱনি গছৰ গুৰিত থিয় হৈ ৰ'ল ॥ ৩৬ ॥

তেতিয়া সেই আশ্ৰমবাসীবিলাকে এই শ্রেষ্ঠ পুৰুষজনাৰ ওচৰলৈ গৈ তেওঁক বেঢ়ি ধৰিলে আৰু তেওঁবিলাকৰ ভিতৰৰ বৃদ্ধ (বুঢ়া) তপস্বী এজনে বৰ সন্মান (সমাদৰ) কৰি মধুৰ আৰু শান্তপূর্ণভাৱে এই কথা ক'লে, ॥ ৩৭ ॥

"আপুনি অহাত এই আশ্ৰমখন পৰিপূর্ণ যেন (ভৰি উঠা যেন) হৈছিল আৰু এতিয়া আপুনি গুচি যোৱাত শূন্য (খালি) যেন হৈ পৰিল। বাপ, সেইকাৰণে আপুনি, অভিলষিত আয়ুসে (জীৱনী শক্তিয়ে) জীয়াই থাকিবলৈ ইচ্ছা কৰা মানুহৰ দেহ এৰি যোৱাৰ দৰে, এই আশ্ৰম এৰি যাব নালাগে ॥ ৩৮ ॥

"ব্ৰহ্মর্ষি, ৰাজর্ষি আৰু দেৱর্ষিসকলৰ দ্বাৰা সেৱিত পৱিত্ৰ হিমালয় পর্বত (এই আশ্ৰমৰ) ওচৰতে আছে। তাৰ সান্নিধ্যত তপোধনসকলৰ সেই সাধাৰণ তপস্যা বহুগুণে বৃদ্ধি পায়" ॥ ৩৯ ॥

"ইয়াৰ (এই আশ্ৰমৰ) চাৰিওপিনে ধর্মপৰায়ণ আত্মজ্ঞানী দেৱর্ষি আৰু মহর্ষিসকলৰ দ্বাৰা সেৱিত, স্বৰ্গলোকলৈ উঠিবৰ কাৰণে সোপান—(খটখটি—) স্বৰূপ, তেনেকুৱা আৰু বহুত তীর্থস্থান আছে ॥ ৪০ ॥



"তদুপৰি বিশেষভাৱে ধর্মলাভৰ কাৰণে উত্তৰ দিশৰহে আশ্ৰয় গ্ৰহণ কৰা উচিত (উত্তৰ দিশহে প্রশস্ত)—জ্ঞানী লোক দক্ষিণৰ পিনে এখোজো আগবাঢ়ি যোৱা ভাল নহয় ॥ ৪১ ॥

"যদি এই তপোৱনত আপুনি কোনো ক্রিয়াহীন, (অনাচাৰী) পতিত বা অশুচি অথবা সংকীর্ণ ধর্মৰ আচৰণ কৰা লোক দেখিছে, যি কাৰণে আপোনাৰ ইয়াত থাকিবলৈ মন যোৱা নাই, তেনেহলে কওক আৰু যেতিয়ালৈকে মন যায় তেতিয়ালৈকে ইয়াতে থাকক ॥ ৪২ ॥

"এই তপস্বীসকলে তপস্যাৰ আধাৰসদৃশ আপোনাক তপস্যাৰ সহায়ৰূপে পাবলৈ বাঞ্ছা কৰে। ইন্দ্ৰতুল্য আপোনাৰ লগত বাস কৰাটোৱে বৃহস্পতিয়ে লাভ কৰা সমৃদ্ধি আনি দিব" ॥ ৪৩ ॥

তপস্বীবিলাকৰ মাজত মুখিয়াল সেই তপস্বীজনে এনেকৈ কোৱাত জন্মৰ আত্যন্তিক নাশৰ কাৰণে প্রতিজ্ঞা কৰি অহা সেই অগ্ৰগণ্য মনীষীজনাই নিজৰ অন্তৰৰ ভাব প্ৰকাশ কৰি ক'লে, ॥ ৪৪ ॥

"অতিথিপ্ৰিয় হোৱা হেতুকে আত্মীয়-স্বজনৰ নিচিনা সৰল স্বভাৱ, ধর্মাধিকাৰী মুনিসকলে মোৰ প্রতি যিধৰণৰ মনোভাৱ লৈছে এনেকুৱা ভাবৰ দ্বাৰা মই পৰম সন্তোষ পাইছোঁ আৰু সন্মানিত বোধ কৰিছোঁ ॥ ৪৫ ॥

"সংক্ষেপে কবলৈ হলে এই স্নেহপূর্ণ, হৃদয়-গ্ৰাহী বাক্যৰ দ্বাৰা মই অভিষিক্ত হোৱা যেন পাইছোঁ আৰু নতুনকৈ ধর্মৰ পথ গ্ৰহণ কৰিছোঁ যদিও সম্প্রতি

(এখেতসকলৰ সাধু ব্যৱহাৰৰ দ্বাৰা) মোৰ মনত ধৰ্মৰ প্ৰতি অনুৰাগ আৰু বেছি হৈ উঠিছে ॥ ৪৬ ॥

"শৰণাৰ্থী লোকৰ পক্ষে শৰণ (আশ্ৰয়) গ্ৰহণৰ যোগ্য আপোনাসকলে এইদৰে নিজে আগবাঢ়ি আহি মোৰ প্ৰতি বৰ বেছি স্নেহ দেখুৱাইছে, গতিকে আপোনা-সকলক এৰি যাবলগা হোৱাত, মোৰো বন্ধুজনক ত্যাগকৰি আহোতে যি দুখ লাগিছিল তেনেকুৱা দুখ লাগিছে ॥ ৪৭ ॥

"আপোনাসকলৰ এই ধৰ্মাচৰণ স্বৰ্গলাভৰ উদ্দেশ্যেহে কিন্তু মোৰ অভিলাষ হ'ল পুনৰ্জন্ম নিবৃত্তিৰ (মোক্ষ লাভৰ) অৰ্থে। সেইকাৰণে মোৰ এই বনত বাস কৰিবলৈ ইচ্ছা নাই ; কাৰণ প্ৰবৃত্তিতকৈ নিবৃত্তি ধৰ্ম বেলেগ ॥ ৪৮ ॥

"সেইকাৰণে ইয়াত মোৰ কোনো বিৰক্তিভাৱ হোৱা নাই, অথবা আনৰ আচাৰ দোষো ঘটা নাই যাৰ বাবে মই ইয়াৰপৰা যাবলৈ ওলাইছোঁ। আপোনালোক মহৰ্ষি-তুল্য লোক, পূৰ্ববৰ্ত্তী যুগৰপৰা চলি অহা মতে ধৰ্মত স্থিৰ হৈ (অবিচল ভাৱে) চলি আছে" ॥ ৪৯ ॥

তেতিয়া সেই ৰাজকুমাৰৰ অতি মৃদু (কোমল), অতি সত্য আৰু অৰ্থপূৰ্ণ ওজস্বী আৰু গৌৰৱপূৰ্ণ কথা শুনি সেই তপস্বীবিলাকৰ মনত তেওঁৰ প্ৰতি বিশেষ শ্ৰদ্ধা উপজিল। ৫০ ॥

তাত ভস্মশায়ী (য'ত ছাঁইৰ ওপৰত শুব লাগে তেনে ব্ৰত পালন কৰি থকা), দীৰ্ঘকায়, শিখাধাৰী, গছৰ বাকলি পিন্ধা, হাতত অকল কমণ্ডলু এটা লৈ থকা, ঈষৎ পিতল বৰ্ণৰ চকুৰ পাতল আৰু দীঘল নাকৰ, কোনো এজন ব্ৰাহ্মণে এই কথা ক'লে, ॥ ৫১ ॥



"হে প্ৰাজ্ঞ, আপোনাৰ সঙ্কল্প সঁচাকৈয়ে উদাৰ। আপুনি যুবা অৱস্থাতে জন্মৰ দোষবোৰ দেখা পাইছে। স্বৰ্গ আৰু অপবৰ্গৰ (মোক্ষৰ) বিষয়ে ভালকৈ বিবেচনা কৰাৰ পিচত অপবৰ্গত আগ্ৰহান্বিত, তেওঁহে আচলতে প্ৰকৃত লোক ॥ ৫২।

"বিষয়াসক্ত লোকবিলাকে যজ্ঞ, তপস্যা আৰু সেই সেই নানা প্ৰকাৰ নিয়মৰ দ্বাৰা স্বৰ্গলৈ যাব খোজে। কিন্তু জ্ঞানী পুৰুষে শত্ৰুৰ লগত যুদ্ধ কৰাৰ দৰে বিষয়া পণ্ডিতৰ লগত যুদ্ধ কৰি মোক্ষ (মুক্তি) লাভ কৰিব খোজে ॥ ৫৩ ॥

"সেইকাৰণে আপোনাৰ যদি এই ধাৰণা (বুদ্ধি) নিশ্চিত হৈছে, তেন্তে আপুনি শীঘ্ৰে বিন্ধ্য পৰ্বতৰ গুহালৈ যাওকগৈ। তাত আষাড় মুনি বাস কৰে। সেই মুনিজনাই আত্যন্তিক কল্যাণৰ বিষয়ে দিব্যজ্ঞান লাভ কৰিছে ॥ ৫৪ ॥

"আপুনি তেওঁৰপৰা তত্ত্বমাৰ্গৰ (আচল পথৰ) বিষয়ে শুনিবলৈ পাব আৰু ভাল লাগে যদি সেই পথ ঠিকমতে লবও পাৰিব। কিন্তু মই ।ষ দেখিছোঁ আপোনাৰ বুদ্ধি এনেকুৱা যে তেওঁৰ সেই বুদ্ধিকো চেৰ পেলাই আগবাঢ়ি যাব ॥ ৫৫ ॥

"আপোনাৰ এই মুখখনে—যিখন মুখত নাকটো সুস্পষ্ট আৰু ওখ, চকু দুটা ডাঙৰ আৰু দীঘল, ওঠ দুটা তাম বৰণীয়া, দাঁতবিলাক বগা আৰু চোকা, জিভাখন পাতল আৰু ৰঙা, সমগ্ৰ জ্ঞাতব্য সমুদ্ৰকে (জ্ঞান সমুদ্ৰকে) পান কৰিব ॥ ৫৬ ॥

"আপোনাৰ যি অগাধ গাম্ভীৰ্য, যি তেজস্বিতা আৰু যিবিলাক লক্ষণ আছে তাতেই বুজা যায় আপুনি সেই

—৭

আচাৰ্য পদ লাভ কৰিব যি আচাৰ্য পদ এই পৃথিৱীত পূৰ্বৱৰ্ত্তী ঋষিসকলেও লাভ কৰিব পৰা নাছিল" ॥ ৫৭ ॥

তাৰ পিচত ৰাজকুমাৰে "অতি উত্তম" বুলি কৈ সেই ঋষি সমাজক অভিনন্দিত কৰি তাৰপৰা ওলাই গ'ল আৰু আশ্ৰমবাসীসকলেও তেওঁৰ প্ৰতি বিধিমতে বিদায় অভিনন্দন জনাই তপোবনত প্ৰৱেশ কৰিলেহি ॥ ৫৮ ॥

শ্ৰীমহামণ্ডলেশ্বৰৰ মন্ত্ৰী অশ্বঘোষ ৰচিত 'বুদ্ধচৰিত' মহাকাব্যৰ 'তপোবন প্ৰৱেশ' নামেৰে সপ্তম সৰ্গৰ ইয়াতে অন্ত পৰিল ॥

# অষ্টম সৰ্গ

## অন্তঃপুৰ-বিলাপ

প্ৰভুৱে এইদৰে মমতা ত্যাগ কৰি ( নিৰ্মমভাৱে ) গুচি গ'লত, সেই ঘোঁৰাৰখীয়াজনৰ মনৰ অৱস্থা অতি বেয়া হৈ পৰিল । তেওঁ বাটত যাওঁতে শোক সম্বৰণ ( দমন ) কৰিবলৈ যত্ন কৰিলে যদিও তেওঁৰ চকুৰ পানী শেষ নহ'ল ( ধাৰাসাৰে বৈয়ে থাকিল ) ॥ ১ ॥

প্ৰভুৰ আদেশ অনুসৰি তেওঁ এই ঘোঁৰাটোৰ সহায়ত যাবৰ সময়ত যিমান দূৰ বাট এৰাতিতে গৈছিল ( ফিৰি অহাৰ সময়ত ) প্ৰভুৰ বিয়োগৰ কথা ভাবি ভাবি যাওঁতে তেওঁ আঠ দিনতহে সেই বাট অতিক্ৰম কৰিলে ॥ ২ ॥

আৰু সেই তেজস্বী ( বলবান ) ঘোঁৰা কন্থক তাৰপৰা ফিৰি আহিল যদিও মনৰ ( শোকবিহ্বল ) অৱস্থাৰ কাৰণে নিৰুৎসাহ আৰু ক্লান্ত হৈ পৰিল আৰু আগৰ সেইবোৰ অলঙ্কাৰকে পিন্ধাই বিভূষিত কৰা হ'ল যদিও মালিক নোহোৱাৰ কাৰণে শ্ৰীহীন যেন হৈ পৰিল ॥ ৩ ॥

নগৰৰ পিনে ফিৰি আহোঁতে মুখ ফিৰাই তপোবনৰ পিনে বাৰে বাৰে চাই চাই কৰুণভাৱে বৰকৈ চিঞৰিবলৈ ধৰিলে আৰু বাটত ভোক-পিয়াহ লগা সত্ত্বেও আগৰ দৰে ঘাঁহ বা পানী ভাল নোপোৱা হ'ল আৰু নাখালে ॥ ৪ ॥

তাৰ পিচত দুয়ো ( ছন্দক আৰু কন্থকে ) বিশ্বকল্যাণৰ অৰ্থে অৱতীৰ্ণ সেই মহাত্মা পুৰুষজনা ( লগত ) নথকাৰ কাৰণে

সূৰ্য নোহোৱা আকাশখনৰ নিচিনা শূন্য যেন হৈ পৰা কপিলবাস্তু নগৰৰ ওচৰত লাহে লাহে গৈ উপস্থিত হ'ল ॥ ৫ ॥

ফুলি থকা পদুমেৰে পৰিপূৰ্ণ পুখুৰীবিলাকেৰে সুশোভিত আৰু ফুলি থকা গছবোৰেৰে অলঙ্কৃত হৈ থকা সত্ত্বেও নগৰৰ সেই উপবন- (প্ৰমোদোদ্যান-) খন হাবিয়নি যেন লাগিছিল আৰু নগৰবাসীসকলৰ মন নিৰানন্দ হৈ পৰা হেতুকে শোভা পোৱা নাছিল ॥ ৬ ॥

তেতিয়া বিষণ্ণ মনেৰে ইফালে সিফালে ঘূৰি ফুৰা, নিৰুৎসাহী, চকুপানীৰে বেদনাযুক্ত হৈ পৰা, (নগৰবাসী) মানুহবিলাকে বাধা দিয়াতো তেওঁলোক দুয়ো লাহে লাহে গা নোধোৱাকৈ মলিন বা অপৱিত্ৰ হৈ থকা লোকৰ ওচৰলৈ যোৱাৰ দৰে প্ৰৱেশ কৰিলে ॥ ৭ ॥

শাক্যকুলশ্ৰেষ্ঠ ৰাজকুমাৰক এৰি থৈ অৱসন্ন শৰীৰেৰে ফিৰি অহা তেওঁলোক দুজনক বাটত দেখি নগৰবাসী জনতাই পুৰণি কালত ৰামৰ ৰথখন ফিৰি অহা দেখি (অযোধ্যাৰ) জনতাই চকুলো টোকাৰ দৰে চকুলো টুকিবলৈ ধৰিলে ॥ ৮ ॥

তেতিয়া বাটত মানুহবিলাকে চকুপানী পেলাই আৰু খং কৰি ছন্দকক "নগৰ আৰু ৰাষ্ট্ৰৰ আনন্দদায়ক সেই ৰাজকুমাৰক তই ক'লৈ নি এৰি আহিলি" বুলি কৈ কৈ তেওঁৰ পিছে পিছে যাবলৈ ধৰিলে ॥ ৯ ॥

তেতিয়া তেওঁ সেই ভক্তিপৰায়ণ মানুহবিলাকক ক'লে, "ৰাজপুত্ৰক মই এৰি অহা নাই কিন্তু মই কান্দি থকা সত্ত্বেও তেওঁ নিৰ্জন বনত মোক আৰু তেওঁৰ গৃহস্থবেশ—এই দুয়োটাকে একেলগে পৰিত্যাগ কৰিছে" ॥ ১০ ॥



তেওঁৰ (ছন্দকৰ) এই কথা শুনি নাগৰিকসকলে ৰাজকুমাৰৰ সেই কাৰ্য সঁচাকৈয়ে অতি দুঃসাধ্য বুলি মানি ললে, কিন্তু তেওঁলোকৰ চকুলো ৰোধ কৰিব নোৱাৰিলে আৰু নিজৰ প্ৰয়োজনৰ প্ৰতি জাগ্ৰত হৈ উঠা কাৰণে মনটোক গৰিহণা দিলে (নিন্দা কৰিলে) ॥ ১১ ॥

সেই সময়ত তেওঁলোকে ক'ব ধৰিলে, "সেই গজৰাজৰ তুল্য বিক্ৰমশালী ৰাজকুমাৰ য'লৈকে গ'ল আমিও এতিয়া সেই বনলৈ যাওঁহক। যিদৰে ইন্দ্ৰিয়বিলাক নোহোৱা হ'লে প্ৰাণীৰ অকল শৰীৰটো লৈ জীয়াই থাকিবৰ ইচ্ছা নাথাকে সেইদৰে তেওঁৰ (ৰাজকুমাৰৰ) অবিহনে আমাৰো জীয়াই থকাৰ ইচ্ছা নোহোৱা হৈছে ॥ ১২ ॥

"ৰাজকুমাৰ নথকা হেতুকে এই নগৰখনেই বন আৰু তেওঁ থকাৰ কাৰণে সেই বনেই নগৰ হৈ পৰিছে। বৃত্ৰাসুৰ বধৰ সময়ত ইন্দ্ৰৰ অবিহনে (অভাৱত) স্বৰ্গখন যেনেকুৱা শোভাহীন হৈ পৰিছিল তেওঁৰ (ৰাজকুমাৰৰ) অবিহনে এই নগৰখনো শোভাহীন হৈ পৰিছে" ॥ ১৩ ॥

তেতিয়া তিৰোতাবিলাকে "কুমাৰ আকৌ ফিৰি আহিছে" বুলি ভাবি খিৰিকীবিলাকৰ মুখত জুমবান্ধি থাকিলগৈ; কিন্তু ঘোঁৰাটো শূন্য পিঠিৰে ফিৰি অহা দেখি আকৌ খিৰিকীবিলাক বন্ধ কৰি দি চিঞৰি চিঞৰি কান্দি থাকিল ॥ ১৪ ॥

পুত্ৰক যাতে আকৌ পাব পাৰি তাৰ কাৰণে দীক্ষা গ্ৰহণ কৰি ব্ৰত পালন কৰা হেতুকে আৰু শোকৰ কাৰণেও ৰজাৰ মন অৱসন্ন হৈ পৰিছিল। তেওঁ দেৱালয়ত জপ কৰিছিল আৰু যেতিয়াই যি মন গৈছিল সেইমতে নানা প্ৰকাৰ মাঙ্গলিক কৰ্মৰ অনুষ্ঠান কৰিছিল ॥ ১৫ ॥

তেতিয়া সেই ঘোঁৰাৰখীয়াজন, যুদ্ধত শত্রুৱে স্বামীক অপহৰণ কৰি নিলে স্বামীৰ ঘোঁৰাৰখীয়াজন যিদৰে ঘৰত প্ৰৱেশ কৰেহি সেইদৰে ঘোঁৰাটোৰ পিছে পিছে আহি শোকত ব্যাকুল হৈ সজল চকুৰে ৰাজভৱনত প্ৰৱেশ কৰিলেহি ॥ ১৬ ॥

ৰাজভৱনত সোমাওঁতে কন্থকে চকুত অশ্ৰুধাৰা লৈ ইফালে সিফালে চাই মানুহবিলাকৰ আগত নিজৰ দুখৰ কথা নিবেদন কৰিবলৈহে যেন হুৱাওৱাৱে কান্দিবলৈ ধৰিলে ॥ ১৭ ॥

তেতিয়া ৰাজভৱনৰ ভিতৰত থকা চৰাইবিলাকে আৰু ওচৰতে ঘোঁৰাশালত সেৱা-সৎকাৰ কৰি বান্ধি থোৱা ঘোঁৰা-বিলাকে সেই ঘোঁৰাটোৰ (কন্থকৰ) চেঁহনিৰ লগে লগে ৰাজকুমাৰ ফিৰি অহা বুলি ভাবি চেঁহনি মাৰি উঠিল ॥ ১৮ ॥

ৰজাৰ অন্তঃপুৰৰ ওচৰত থকা মানুহবিলাকেও "এই কন্থক ঘোঁৰাটোৱে যিদৰে চিঞৰিছে নিশ্চয় ৰাজকুমাৰ ফিৰি আহি নগৰত সোমাল"—এই বুলি ভাবিলে আৰু অতিশয় আনন্দত চমক খাই উঠিল ॥ ১৯ ॥

তেতিয়া শোকত মূৰ্চ্ছা গৈ থকা তিৰোতাবিলাকৰ চকু-বিলাক কুমাৰক দেখা পোৱাৰ কাৰণে চঞ্চল (ব্যাকুল) হৈ পৰিল আৰু তেওঁক দেখা পোৱাৰ আশাত অতিশয় হৰ্ষেৰে (আনন্দেৰে) শৰৎ কালৰ মেঘৰপৰা চঞ্চল বিজুলী ওলোৱাৰ দৰে তেওঁলোক ঘৰৰপৰা বাহিৰ ওলাই আহিল ॥ ২০ ॥

(শোকাতুৰ হৈ থকা কাৰণে) তেওঁবিলাকৰ চুলি-বিলাক যেনি-তেনি ওলমি আছিল, উত্তম কাপোৰবোৰো মলিন হৈ পৰিছিল। চকুত অঞ্জন নাছিল, চকুবিলাক চকুলোৰে পীড়িত হৈছিল, চোচা-মজা নকৰাকৈ থকা



তেনেকুৱা মুখৰ সেই তিৰোতাবিলাক ৰাতিপুৱাৰ ৰঙচুৱা অথচ মলিন (নিস্তেজ) তৰাবিলাকৰ দৰে শোভাহীন হৈ পৰিছিল ॥ ২১ ॥

ভৰিত নূপুৰ পিন্ধা নাছিল যদিও ৰং (আলতা) নঘঁহাকৈয়ে তামবৰণীয়া (ৰঙা) হৈ থকা ভৰিৰে, কাণত কুণ্ডল পিন্ধা নাছিল যদিও পোন গলধন আৰু মুখমণ্ডলেৰে, কাঞ্চীদাম নিপিন্ধা সত্ত্বেও স্বভাৱতে নিপোটল কৰঙণেৰে আৰু হাৰৰূপ বন্ধনৰপৰা মুকলি হৈ থকা যেন স্তনযুগলেৰে সুশোভিত সেই সুন্দৰী তিৰোতাবিলাকে ছন্দক আৰু ঘোঁৰাটোক আশ্ৰয়হীন হৈ অহা দেখি বনৰ মাজত যাঁড়ে এৰি থৈ যোৱা গাইবিলাকৰ দৰে বিষণ্ণ মনেৰে কান্দিবলৈ ধৰিলে ॥ ২২-২৩ ॥

তেতিয়া ৰজাৰ মহিষী মৰমিয়াল গৌতমীৰ চকু পোৱালি হেৰোৱা মাইকী ম'হৰ দৰে চকুপানীৰে ভৰি গ'ল আৰু (যেনি-তেনি) হাত মেলাই কঁপি থকা পাতেৰে সোণৰ কলগছ এজোপাৰ দৰে বাগৰি পৰিল ॥ ২৪ ॥

আন কিছুমান তিৰোতাৰ কান্ধ আৰু বাহু শিথিল হৈ পৰিলত তেওঁলোক শ্ৰীহীন হ'ল আৰু শোকৰ বেগত অচেতন যেন হৈ কান্দিবও নোৱাৰিলে, চকুলোও নেপেলালে, শ্বাস-প্ৰশ্বাসো নোলোৱা হ'ল আৰু লৰচৰো কৰিব নোৱাৰি (কেৱল) ঠট্‌মট্‌ খাই বাটত অঙ্কিত ছবিৰ দৰে বৈ থকিল ॥ ২৫ ॥

পতিশোকত মূৰ্চ্ছিত (অজ্ঞান) হৈ পৰা, আন কোনো কোনোজনী তিৰোতাই অধীৰভাৱে মুখৰ ওপৰেদি (ধাৰাসাৰে) বৈ থকা চকুলোৰে, নিজৰাৰ পানীয়ে পৰ্বতৰ শিলবোৰ ধুই দিয়াৰ দৰে চন্দনৰ প্ৰলেপ নোহোৱা স্তনবোৰ ধুই দিছিল ॥ ২৬ ॥

বাৰিষা কালত বৰষুণৰ পানী পৰা পদুম ফুলেৰে সৰোবৰ যেনেদৰে শোভিত হৈ পৰে সেই তিৰোতা-বিলাকৰ চকুলোৰে আহত, চকুপানী বৈ থকা মুখবোৰেৰে ৰাজভৱন তেনেদৰে শোভিত হৈ পৰিছিল ॥ ২৭ ॥

সেই সুন্দৰী তিৰোতাবিলাকৰ হাতৰ আঙুলিবিলাক গোল, নিপোটল, আৰু ঘন আছিল। হাতৰ সিৰবিলাক আছিল যদিও দেখা নগৈছিল, আৰু হাতত কোনো অলঙ্কাৰ পিন্ধা নাছিল, এনেকুৱা অথচ পদুম ফুলৰ তুল্য (কোমল) হাতেৰে তেওঁলোকে বতাহত চঞ্চল হৈ পৰা লতাই নিজৰ পাতেৰেই নিজক আঘাত কৰি (মেৰিয়াই) থকাৰ দৰে অনবৰতে বুকুত আঘাত কৰি আছিল ॥ ২৮ ॥

তথাপি সেই তিৰোতাবিলাক হাতৰ আঘাতত কঁপি উঠা পৰস্পৰ লগালগি আৰু উন্নত স্তনযুগলেৰে বতাহৰ কোবত আন্দোলিত হোৱা পদুমৰ ওপৰত (বহি) থকা চাকৈ চকোৱা চৰাইবোৰৰ দ্বাৰা সুশোভিত নদীৰ দৰে সুশোভিত হৈ উঠিছিল ॥ ২৯ ॥

তেওঁলোকে হাতেৰে বুকুত যেনেকৈ আঘাত কৰিছিল বুকুৰেও তেনেকৈ হাতত আঘাত কৰিছিল। সেই অবলা-সকলৰ দয়াভাব শিথিল হোৱা কাৰণে হাত আৰু বুকুৱে পৰস্পৰক কষ্ট দিছিল ॥ ৩০ ॥

তাৰ পিচত খঙতে চকু ৰঙা হৈ পৰা, দীৰ্ঘ নিশ্বাসৰ কাৰণে স্তনযুগল কঁপি উঠা, গভীৰ শোকত চকুলো ওলাই থকা, যশোধৰাই বিষাদৰ (শোকৰ) জ্বালত গদ্‌গদ্ বাক্যেৰে (ভঙা ভঙা মাতেৰে) ক'লে, ॥ ৩১ ॥

"ছন্দক, নিশা টোপনিত অসহায় অৱস্থাত থকা মোক এৰি মোৰ সাক্ষাৎ মনোবাঞ্ছা স্বৰূপ স্বামী ক'লৈ গুচি গ'ল ? তিনিওজন একেলগে ওলাই গৈছিলা, কিন্তু এতিয়া তুমি আৰু কন্থকহে মাথোন ফিৰি অহাত মোৰ মন কঁপি উঠিছে ॥ ৩২ ॥



"হে নিষ্ঠুৰ, মোৰ প্ৰতি অভদ্ৰোচিত, কঠোৰ শত্ৰুতা আচৰণ কৰি এতিয়া কিয় কান্দিছা ? চকুলো বন্ধ কৰা, মন প্ৰফুল্ল কৰা। তুমি কৰা কামৰ লগত এই চকুলোৰ কোনো মিল নাই ॥ ৩৩ ॥

"তোমাৰ দৰে প্ৰিয়, আজ্ঞাবহ, হিতকাৰী, প্ৰয়োজন অনুসৰি কাম কৰি দিয়া, সজ্জনৰ সহায় লৈ মোৰ স্বামী আৰু ফিৰি নাহিবৰ কাৰণে গুচি গ'ল। এতিয়া তুমি আনন্দ কৰা, সৌভাগ্যক্ৰমে তোমাৰ পৰিশ্ৰম সফল হৈছে ॥ ৩৪ ॥

"মানুহৰ পণ্ডিত শত্ৰুও ভাল কিন্তু যিজন বিচ্ছেদ ঘটোৱাত পটু তেনেকুৱা মূৰ্খ মিত্ৰ ভাল নহয়। তুমি মূৰ্খই নিজক সুহৃদ বুলি কৈ এই ৰাজকুলৰ ঘোৰ বিপদ সাধন কৰিলা ॥ ৩৫ ॥

"গাৰপৰা অলঙ্কাৰবোৰ সোলোকাই পেলোৱা, অনবৰতে বৈ থকা চকুপানীৰে চকুবোৰ মলিন আৰু ৰঙা হৈ পৰা শোচনীয় অৱস্থাপন্ন তিৰোতাবিলাক হিমালয় আৰু পৃথিৱীৰ নিচিনা (গম্ভীৰ আৰু সহিষ্ণু) পতিৰ বৰ্তমানতেই বিধৱাৰ দৰে শোভাহীন হৈ পৰিল ॥ ৩৬ ॥

"আৰু এই অট্টালিকাবোৰে পাৰ চৰাইৰ দীঘলীয়া বাঁহৰূপ বাহুবোৰ আফলীয়াই তাৰ ভিতৰত থকা পাৰৰ দীঘলীয়া মাতেৰে যেন তেওঁ (আৰ্যপুত্ৰ) নোহোৱাৰ কাৰণে ৰাজ-কুলৰ তিৰোতাবিলাকৰ লগতে বৰকৈ কান্দিব লাগিছে ॥ ৩৬ ॥

"এই কন্থক ঘোঁৰাটোৱেও নিশ্চয় এইজনীৰ (মোৰ) সৰ্বতোভাৱে অনিষ্ট হোৱাটোহে বিচাৰিছিল, সেয়েহে নিশা

ঘৰৰ মানুহ ভৰ টোপনিত পৰিলে চোৰে বস্তু চুৰ কৰি নিয়াৰ দৰে ইও মোৰ ইয়াৰপৰাই সৰ্বস্ব অপহৰণ কৰি নিলে ॥ ৩৮॥

"ই চাবুকৰ কোবৰতো কথাই নাই, শত্ৰুৰপৰা অস্ত্ৰ শৰৰ আঘাতো যেতিয়া সহ্য কৰিব পাৰে তেনে অৱস্থাত চাবুকৰ কোবৰ ভয়তে মোৰ সৌভাগ্যলক্ষ্মী আৰু হৃদয়খন একেলগে কেনেকৈ কাঢ়ি লৈ গ'ল বাৰু ? ॥ ৩৯ ॥

"এই দুষ্কৰ্ম কৰা ঘোঁৰাটোৱে এতিয়া ৰাজভৱনখনকে প্ৰতিধ্বনিত কৰি যেন বৰকৈ চিঁচিয়াব লাগিছে। কিন্তু যেতিয়া মোৰ প্ৰিয়তমক কঢ়িয়াই লৈ গৈছিল তেতিয়াহলে এই অধম ঘোঁৰাটো বোবা হৈ পৰিছিল ॥ ৪০ ॥

ই যদি মানুহে সাৰ পোৱাকৈ চিঁচিয়ালে- (চিঞৰিলে-) হেঁতেন অথবা খুৰাৰে মাটিত শব্দ নাইবা ভালকৈ থুতৰিৰে আৱাজকে তুলিলেহেঁতেন তেন্তেতো মোৰ এনেকুৱা দুখ নহ'লহেঁতেন" ॥ ৪১ ॥

এইদৰে কুঁৱৰীৰ চকুলোৰে গঁথা এনেকুৱা বিলাপময় কথা শুনি ছন্দকে তলমুৱা হৈ চকুলো পেলাই কান্দি কান্দি হাতযোৰ কৰি লাহে লাহে এইদৰে প্ৰত্যুত্তৰ দিলে, ॥ ৪২ ॥

"দেৱি! কন্থকক গৰিহণা দিয়া উচিত হোৱা নাই আৰু মোৰ ওপৰতো খং কৰিব নালাগে। আপুনি জানিব যে আমি দুয়োজনেই সৰ্বতোভাৱে নিৰপৰাধী। দেৱি, সেই মনুষ্য-লোকৰ দেৱতাজনা স্বৰ্গীয় দেৱতাৰ দৰে গুচি গৈছে ॥ ৪৩॥

"মই ৰজাৰ আদেশ জানিছিলো যদিও কোনো অদৃশ্য দেৱতাই যেন মোক বলেৰে এই কাম কৰাইছিল। সেই কাৰণেই তৎক্ষণাৎ মই এই ঘোঁৰাটো তেওঁক আনি দিছিলোঁ আৰু বাটত কোনো দুখ-ভাগৰ নোহোৱাকৈ এই ঘোঁৰাটোৰ পিছে পিছে যাব পাৰিছিলোঁ ॥ ৪৪ ॥



"এই শ্ৰেষ্ঠ ঘোঁৰাটোৱেও বাটত যাওঁতে খুৰাৰে মাটি ছোৱা নাছিল, কোনোবাই যেন তাৰ খুৰা মাটিত নপৰাকৈ খোজবিলাক ধৰিহে ৰাখিছিল। আৰু তেনেকৈয়ে দৈৱ-শক্তিৰ দ্বাৰাই ইয়াৰ মুখ বন্ধ হৈ যোৱা হেতুকে ই থুতৰিৰে কোনো শব্দ কৰা নাছিল নাইবা চিঁচিয়াব পৰা নাছিল ॥ ৪৫ ॥

"যেতিয়া ৰাজপুত্ৰ বাহিৰলৈ ওলাই গৈছিল তেতিয়া ঘৰৰ দুৱাৰ আপোনাআপুনিয়ে মেল খাইছিল আৰু ৰাতিৰ অন্ধকাৰ সূৰ্যৰ দ্বাৰাই খণ্ডিত হৈছিল। সেই কাৰণে ইয়াক দৈৱৰ বিধান বুলি মানি লব লাগিব ॥ ৪৬ ॥

"যিহেতু ৰজাৰ আদেশত ৰাজভৱনত আৰু নগৰত সহস্ৰ সহস্ৰ লোক সাৱধান হৈ থকা সত্বেও সেই সময়ত টোপনিত পৰি থাকিল আৰু সাৰ নাপালে সেই কাৰণেও এই ঘটনাক দৈৱৰ বিধান বুলি মানি লোৱা উচিত ॥ ৪৭ ॥

"যিহেতু দেৱতাবিলাকেই যথাসময়ত এওঁক বনবাসৰ উপযোগী কাপোৰ আনি দিলে আৰু আকাশলৈ দলিয়াই দিয়া মুকুটটো তেওঁবিলাকেই ধৰি লৈ গ'ল, সেই কাৰণে এই কাৰ্য দৈৱৰ বিধান বুলি মানি লব লাগিব ॥ ৪৮ ॥

"সেই কাৰণে হে মহাৰাণী! তেওঁ (ৰাজপুত্ৰ) গুচি যোৱাৰ কাৰণে আমাৰ দুজনক দোষী বুলি নাভাবিব। মোৰ কাৰণেতো নহয়েই আৰু এই ঘোৰাটোৰ বাবেও নহয়, বৰং দেৱতাসকলৰ প্ৰেৰণাতহে তেওঁ গুচি গৈছে" ॥ ৪৯ ॥

এইদৰে সেই মহাত্মাজনাৰ বহুত দেৱতাৰ দ্বাৰা সংঘটিত অদ্ভুত ধৰণৰ প্ৰয়াণৰ কথা শুনি আচৰিত মানিলে, তেওঁবিলাকৰ যেন শোক নোহোৱা হ'ল কিন্তু তেওঁৰ প্ৰব্ৰজ্যা (সন্ন্যাস) গ্ৰহণৰ কাৰণে মনত দুখ পালে ॥ ৫০ ॥

তেতিয়া শোকত চকু চলচলীয়া হৈ গৌতমীয়ে পোৱালি হেৰোৱা কুকুৰাৰ দৰে দুঃখিত আৰু অধৈৰ্য হৈ কান্দিবলৈ ধৰিলে, শোকত ম্ৰিয়মান হৈ পৰিল আৰু সজল নয়নেৰে ক'লে, ॥ ৫১ ॥

"যাৰ মূৰৰ চুলি নীল, আকুঞ্চিত, সৰল, সুদীৰ্ঘ আৰু ৰাজমুকুট বান্ধি ৰখাৰ যোগ্য ( তেওঁৰ সেই চুলিকোছা ) এতিয়া মাটিত পেলাই দিয়া হ'ল ॥ ৫২ ॥

"যাৰ সুদীৰ্ঘ বাহু বলবীৰ্য সিংহৰ দৰে, চকু বৃষভৰ দৰে আৰক্ত আৰু বিশাল, দেহৰ বৰণ কেঁচা সোণৰ দৰে উজ্জ্বল দ্যুতিসম্পন্ন, বক্ষ উন্নত আৰু বহল, কণ্ঠস্বৰ মেঘ আৰু দুন্দুভিৰ শব্দৰ দৰে, তেনে এজন ( সুলক্ষণযুক্ত ) লোকো আশ্ৰমত বাস কৰাৰ যোগ্যনে ? ॥ ৫৩ ॥

"নিশ্চয় তেনেকুৱা সজ কৰ্মনিৰত অতি উত্তম স্বামী পোৱাৰ ভাগ্য এই পৃথিৱীৰ নাই। সেইকাৰণেহে তেওঁ গুচি গৈছে। তেওঁৰ নিচিনা গুণবান ৰজা প্ৰজাৰ ভাগ্যৰ গুণতহে ওপজে ॥ ৫৪ ॥

"যাৰ আঙুলিবিলাক শুভলক্ষণযুক্ত ৰেখাজালেৰে ব্যাপ্ত, গুল্ফ ( গোৰোৱাৰ ওপৰৰ গাঁথি ) দেখা নাযায়, মাজভাগ চক্ৰচিহ্নেৰে অঙ্কিত, সেই মৃণাল আৰু ফুলৰ নিচিনা কোমল ভৰি দুখনি কঠিন বনভূমিত কেনেকৈ চলিব ? ॥ ৫৫ ॥

"প্ৰাসাদৰ ওপৰৰ শয্যাত শুবৰ আৰু সিংহাসনত বহিবৰ যোগ্য বহুমূলীয়া কাপোৰ, অগৰু ধূপ আৰু চন্দনৰ সুবাসৰ মাজত থকা তেওঁৰ সেই উজ্জ্বল শৰীৰে কেনেকৈনো বনত জাৰ, জহ আৰু বৰষুণ সহ্য কৰি থাকিব ? ॥ ৫৬ ॥

"বংশ-পৰাক্ৰম, বল, তেজ ( প্ৰভাৱ ), বিদ্যা, সম্পদ আৰু বয়সৰ গৌৰৱেৰে গৌৰৱান্বিত যিজন লোকে নিজে



অকল দান কৰাৰহে যোগ্য, আনৰ ওচৰত হাত পতাৰ অযোগ্য, সেইজন লোকে কেনেকৈনো আনৰ ওচৰত ভিক্ষা মাগি খাব ? ॥ ৫৭ ॥

"যি নিৰ্মল সোণৰ শয্যাত ৰাতি শুই থাকে, পুৱা চানাইৰ শব্দেৰে যাক জগোৱা হয়, হায়! মোৰ সেই ল'ৰাই এতিয়া ব্ৰত পালন কৰি তেনেকৈ মাটিৰ ওপৰত ( পিন্ধা ) কাপোৰৰ এক আঁচল পাৰি শুই থাকিব ?" ॥ ৫৮ ॥

সেই তিৰোতাবিলাকে গৌতমীৰ এই কৰুণ বিলাপ শুনি হাতেৰে ইজনীয়ে সিজনীক সাৱটি ধৰি এনেভাৱে চকুপানী পেলাবলৈ ধৰিলে যেন ( বতাহত ) জোকাৰ খোৱা লতাৰ ফুলৰপৰা মৌৰ টোপবোৰহে নিজৰি পৰিব ধৰিছে ॥ ৫৯ ॥

তাৰ পিচত চকোৱা গুচি যোৱা চাকৈজনীৰ দৰে যশোধৰা মাটিত বাগৰি পৰিল আৰু কাতৰ হৈ ভঙা ভঙা মাতেৰে লাহে লাহে নানা প্ৰকাৰে বিলাপ কৰিবলৈ ধৰিলে, ॥ ৬০ ॥

"তেওঁৰ সহধৰ্মচাৰিণী মোক যদি তেওঁ অনাথ কৰি এৰি গৈ ধৰ্মাচৰণ কৰিবলৈ ইচ্ছা কৰিছে তেনেহলে সহধৰ্মিণীক বাদ দি অকলে তপস্যাৰ ফলভোগ কৰিবলৈ ইচ্ছা কৰা জনৰ ধৰ্ম হ'ব ক'ৰপৰা ? ॥ ৬১ ॥

"পত্নীৰে সৈতে বনবাসলৈ যোৱা, পূৰ্ববৰ্তী ৰজা আৰু মহা সুদৰ্শন আদি পিতামহসকলৰ কথা তেওঁ সম্ভৱতঃ শুনা নাই। সেয়েহে মোক বাদ দি অকলে ধৰ্মাচৰণ কৰিবলৈ খুজিছে ॥ ৬২ ॥

"পৰকালত দুয়োজনে একেলগে যজ্ঞৰ ফলভোগ কৰাৰ ইচ্ছাৰে যজ্ঞৰ বেদবিধিমতে সংস্কৃত হৈ দীক্ষা গ্ৰহণ কৰি থকা দম্পতীক ( স্বামী-স্ত্ৰীক ) হয়তো তেওঁ দেখা নাই

আৰু সেইকাৰণেই এওঁৰ মোৰ প্ৰতি এই ধৰ্মদ্বেষ (ধৰ্মাচৰণৰ সময়ত মোক আঁতৰাই ৰখাৰ প্ৰবৃত্তি) উপজিছে ॥ ৬৩ ॥

"মোৰ সেই ধৰ্মপ্ৰিয় স্বামীয়ে নিশ্চয় মোৰ মনটো সিজনৰ প্ৰতি ঈৰ্ষান্বিত আৰু তেওঁৰ লগত কাজিয়া কৰিবলৈ ভালপোৱা বিধৰ বুলি বুজি পাই সুখ ব্যাহত হোৱাৰ ভয়ত এই খঙাল স্বভাৱৰ মোক পৰিত্যাগ কৰি স্বৰ্গলোকত অপ্সৰাবিলাকক লৈ থাকিবলৈ বিচাৰিছে ॥ ৬৪ ॥

"মোৰ চিন্তা হৈছে এয়ে যে তাত (স্বৰ্গত) সেই তিৰোতাবিলাকৰ দেহৰ সৌন্দৰ্যনো কেনেকুৱা যাৰ কাৰণে তেওঁ (মোৰ স্বামীয়ে) এই ৰাজ্যলক্ষ্মী আৰু মোৰ সেৱা (ভক্তি) পৰিত্যাগ কৰি তপস্যা কৰিবলৈ ধৰিলে ॥ ৬৫ ॥

"মোৰ হ'লে সেই স্বৰ্গসুখৰ প্ৰতি অলপো স্পৃহা (লোভ) নাই; জিতেন্দ্ৰিয় (আত্মসংযমী) লোকৰ পক্ষে সি (স্বৰ্গসুখ) দুৰ্লভ নহয়। কেনেকৈনো সেই প্ৰিয়তমে মোক ইহকাল আৰু পৰকালত ত্যাগ নকৰাকৈ থাকে সেয়ে মোৰ একমাত্ৰ মনৰ কামনা ॥ ৬৬ ॥

"পতিৰ সেই আয়ত নয়ন আৰু নিৰ্মল মিচিকিয়া হাঁহিৰে ভৰা মুখ চাই থাকিবলৈ মোৰ ভাগ্যত নঘটিল, কিন্তু দুৰ্ভগীয়া ৰাহুলটোনো এবাৰো পিতাকৰ কোলাত বাগৰিবৰ যোগ্য নহ'লনে ? ॥ ৬৭ ॥

"হায় ! সেই সুকুমাৰ শ্ৰীসম্পন্ন মহামান্য পুৰুষজনাৰ মনটো কেনে যে নিৰ্দয় আৰু কঠোৰ ! আইঔ দেহি ! অব্যক্ত মধুৰ কথা কোৱা, শত্ৰুৰ মনতো আনন্দ দিয়া, এনেকুৱা শিশু পুত্ৰকো তেওঁ ত্যাগ কৰিব পাৰে ॥ ৬৮ ॥

"অৱশ্যে মোৰ হৃদয়খনো অতি কঠোৰ, সম্ভৱতঃ শিলাময় অথবা লোহাৰে তৈয়াৰ কৰা, সুখ-ভোগৰ যোগ্য স্বামী



অনাথ লোকৰ দৰে শ্ৰীহীন (ৰাজলক্ষ্মীহীন) হৈ বনলৈ গুচি যোৱা সত্ত্বেও এই হৃদয় বিদীৰ্ণ হৈ যোৱা নাই" ॥ ৬৯ ॥

এইদৰে পতিশোকত বিহ্বলা দেৱী যশোধৰাই কান্দিলে, মনে মনে চিন্তা কৰিলে আৰু বাৰম্বাৰ বিলাপ কৰিবলৈ ধৰিলে ; সেই সতী ধীৰ-স্বভাৱসম্পন্না আছিল যদিও শোকতে ধৈৰ্যৰ কথা পাহৰিলে আৰু (তেনেকৈ কান্দিবলৈ) লাজো নকৰিলে ॥ ৭০ ॥

তেতিয়া শোকত বিলাপ কৰি ব্যাকুল হৈ পৰা যশোধৰাক সেইদৰে মাটিত পৰি থকা দেখি তিৰোতাবিলাকে বৰষুণৰ আঘাত পোৱা ডাঙৰ ডাঙৰ পদুমৰ দৰে অশ্ৰুপূৰ্ণ মুখেৰে চিঞৰি চিঞৰি কান্দিবলৈ ধৰিলে ॥ ৭১ ।

জপ সমাপন কৰি আৰু মাঙ্গলিক হোম শেষ কৰি ৰজা দেৱমন্দিৰৰ- (গোঁসাই ঘৰৰ-) পৰা ওলাল আৰু জনতাৰ সেই আৰ্তনাদ শুনি বজ্ৰপাতৰ শব্দ শুনা হাতীৰ দৰে মনত আঘাত পাই বিচলিত হৈ পৰিল ॥ ৭২ ॥

ছন্দক আৰু কন্থক দুয়োকো দেখি আৰু পুত্ৰৰ স্থিৰ (অবিচলিত) সঙ্কল্পৰ কথা ভালকৈ শুনি ৰজা শোকত অস্থিৰ হৈ শক্ৰোৎসৱৰ সামৰণিত ইন্দ্ৰধ্বজ পৰি যোৱাৰ দৰে (মাটিত) বাগৰি পৰিল ॥ ৭৩ ।

অলপ সময় শোকত অজ্ঞান হৈ পৰি থকাৰ পিচত তেওঁক অভিজাতসম্পন্ন পৰিয়ালৰ লোকসকলে তুলি ধৰিলে আৰু তেতিয়া সংজ্ঞা লাভ কৰি অশ্ৰুপূৰ্ণ (চকুলোৰে ভৰা) দৃষ্টিৰে ঘোঁৰাটোৰ পিনে চাই মাটিতে বহি বিলাপ কৰিবলৈ ধৰিলে, ॥ ৭৪ ॥

"কন্থক, যুদ্ধক্ষেত্ৰত তই মোৰ বহুত প্ৰিয় কাৰ্য কৰিও (এতিয়া) এইটো ডাঙৰ অপ্ৰিয় কাৰ্য কৰিলি, তই যে মোৰ

সেই গুণপ্ৰিয় প্ৰিয় পুত্ৰক প্ৰিয় হোৱা সত্ত্বেও অপ্ৰিয়ৰ দৰে বনত এৰি থৈ আহিলি ॥ ৭৫ ।

"সেই কাৰণে এতিয়া সি য'ত আছে মোকো তালৈ লৈ যা, নাইবা দ্ৰুতবেগে যা তাক আকৌ ইয়ালৈ ( ফিৰাই ) লৈ আহ । যিদৰে ভাল ঔষধ অবিহনে ৰোগৰ গৰাহত পৰা মানুহৰ জীৱন নাথাকে সেইদৰে সেই পুত্ৰ অবিহনেও মোৰ জীৱন নাথাকে ॥ ৭৬

"সুৱৰ্ণনিষ্ঠীবীক ( সুৱৰ্ণষ্ঠীবী নামৰ বালক পুত্ৰক ) মৃত্যুৱে অপহৰণ কৰি নিয়াতো যে সঞ্জয় ৰজা মৰা নাছিল তেওঁৰ পক্ষে সেইটো এটা দুঃসাধ্য কৰ্ম আছিল । কিন্তু মই হ'লে মোৰ ধৰ্মপৰায়ণ পুত্ৰ বনলৈ যোৱাতে আত্মসংযমহীনলোকৰ দৰে জীৱন ত্যাগ কৰিব খুজিছোঁ ॥ ৭৭ ॥

"সংস্বভাৱসম্পন্ন প্ৰিয়পুত্ৰ নোহোৱা হোৱাত দহখন ৰাষ্ট্ৰৰ সৃষ্টিকৰ্তা, অতীত-অনাগত ( ভূত-ভৱিষ্যৎ ) জানোতা, প্ৰজা-পতি, জগতৰ প্ৰভু সূৰ্যপুত্ৰ বৈৱস্বত মনুৰো মন অস্থিৰ হৈ নপৰিব কিয় ? ॥ ৭৮ ॥

অজৰ পুত্ৰ, বুদ্ধিমান ( জ্ঞানী ) ইন্দ্ৰৰ সখিয়েক দশৰথ ৰজাৰ প্ৰতিহে মোৰ শ্ৰদ্ধা উপজিছে, তেওঁ হেনো পুত্ৰ বন-বাসলৈ যোৱাত দীনভাৱে মিছাতে চকুলো টুকি জীয়াই নাথাকি স্বৰ্গলৈ গুচি গৈছিল ॥ ৭৯ ॥

হে ভদ্ৰ, মোৰ সেই জলাঞ্জলি ( মোৰ ইহ-পৰকালৰ পিয়াহৰ পানীস্বৰূপ পুত্ৰক ) য'লৈকে লৈ গৈছিলি সেই আশ্ৰমভূমিৰ কথা মোৰ আগত ক' । মোৰ সেই পৰলোকলৈ যাবৰ কাৰণে ( মৰিবৰ কাৰণে ) ইচ্ছুক প্ৰাণৰ পিয়াহ লাগিছে আৰু তাক ( সেই জলাঞ্জলি ) পাবলৈ ইচ্ছা হৈছে ॥ ৮০ ॥



পুত্ৰৰ বিয়োগত তেওঁৰ অন্তৰ শোকেৰে উপচি পৰাত ৰজাই এইদৰে তেওঁৰ পৃথিৱী সদৃশ স্বাভাৱিক ধৈৰ্য ( সহিষ্ণুতা ) পৰিত্যাগ কৰি ৰামৰ শোকত অৱশ হৈ পৰা দশৰথ ৰজাৰ দৰে চেতনাশূন্য যেন হৈ বিলাপ কৰি কান্দিলে ॥ ৮১ ॥

তেতিয়া তেওঁৰ বিদ্বান, গুণী আৰু বিনয়ী ( সুশিক্ষিত ) বুদ্ধি আৰু পৰামৰ্শ দিওঁতা মন্ত্ৰী আৰু বৃদ্ধ পুৰোহিতে শোকগ্ৰস্থ নোহোৱাকৈ থকা নাছিল যদিও মুখত সন্তাপৰ ভাব নেদেখুৱাই একেলগে তেওঁক সান্ত্বনা দি এই যথোচিত ( যথাৰ্থ ) কথাখিনি তেওঁক ক'লে, ॥ ৮২ ॥

"নৰশ্ৰেষ্ঠ, শোক এৰক, ধৈৰ্য ধৰক । হে ধীৰ ! কপট ধৈৰ্যশীল মানুহৰ দৰে চকুৰ পানী পেলাই থকা ( আপোনাৰ নিচিনা লোকৰ পক্ষে ) উচিত নহয় । ( পুৰণি কালত ) পৃথিৱীত বহুত ৰজাই ৰাজলক্ষ্মীক লেৰেলি যোৱা ফুলৰ মালাৰ দৰে দলিয়াই পেলাই বনলৈ গুচি গৈছিল ॥ ৮৩ ॥

"আৰু এটা কথা এই যে তেওঁৰ ( ৰাজকুমাৰৰ ) এই ভাব অৱশ্যম্ভাৱী । পূৰ্বতে সেই অসিত ঋষিয়ে কোৱা কথা মনত পেলাওকচোন । এক মুহূৰ্তৰ কাৰণেও তেওঁক স্বৰ্গতে হওক নাইবা সাৰ্বভৌম ৰাজ্যতে হওঁক সুখেৰে বাস কৰাব নোৱাৰে ॥ ৮৪ ॥

"হে নৰশ্ৰেষ্ঠ, তথাপি যদি যত্ন কৰিবই লাগে তেন্তে কওক, আমি দুয়ো বেগেতে তালৈ যাওঁগৈ, আপোনাৰ পুত্ৰ তথা সেই বিবিধ প্ৰকাৰ ( তেওঁক ফিৰাই অনা ) উপায়ৰ দ্বাৰা অনেক প্ৰকাৰে যুদ্ধ ( সংঘৰ্ষ ) কৰি চোৱা যাওক" ॥ ৮৫ ॥

তেতিয়া ৰজাই তেওঁবিলাকক আদেশ দিলে, "আপোনা-লোক দুয়োজন ইয়াৰপৰা শীঘ্ৰে যাওক । পুত্ৰক পাবলৈ

উৎসুক হৈ পৰা বনৰ পখীৰ দৰে মোৰ অন্তৰতো শান্তি নোহোৱা হৈছে" ॥ ৮৬ ॥

'ভাল বাৰু'— এইবুলি কৈ ৰজাৰ আদেশমতে মন্ত্ৰী আৰু পুৰোহিত সেই বনলৈ গুচি গ'ল আৰু ৰজায়ো 'কাম এটা কৰা হ'ল' বুলি ভাবি বোৱাৰী আৰু পত্নীসকলৰ সৈতে বাকী থকা কামবিলাক কৰাত লাগিল ॥ ৮৭ ॥

শ্ৰীমহামণ্ডলেশ্বৰৰ মন্ত্ৰী অশ্বঘোষ ৰচিত 'বুদ্ধ চৰিত' মহাকাব্যৰ 'অন্তঃপুৰ-বিলাপ' নামেৰে অষ্টম সৰ্গ ইয়াতে সমাপ্ত হ'ল ॥

# নবম সৰ্গ
## কুমাৰ-অন্বেষণ

তেতিয়া মন্ত্ৰী আৰু পুৰোহিত দুয়োজনে ৰজাৰ চকুপানী-ৰূপ চাবুকৰ কোবত আৰু ৰজাৰ প্ৰতি থকা তেওঁবিলাকৰ সৌহাৰ্দ্যৰ কাৰণে (চাবুকৰ) কোব খোৱা ভাল ঘোঁৰাৰ দৰে পূৰ্ণ উদ্যমেৰে ততালিকে সেই বনলৈ গ'ল ॥ ১ ॥

উপযুক্ত অনুচৰ লগত লৈ যোৱা তেওঁলোক দুয়ো ক্লান্ত হৈ যথা সময়ত সেই (ভাৰ্গৱ মুনিৰ) আশ্ৰমৰ ওচৰ পালেগৈ আৰু তাতে ৰাজোচিত সম্পদ (সাজ-পাৰ) এৰি বিনীত আচৰণেৰে ভাৰ্গৱ মুনিৰ থকা ঠাইলৈ গ'ল ॥ ২ ॥

ভাৰ্গৱ মুনিয়ে তেওঁলোক দুয়োজনকে যথাযোগ্যভাৱে আদৰ সন্মান কৰিলত তেওঁবিলাকেও সেই ব্ৰাহ্মণজনক যথাবিধি পূজা-অৰ্চনা কৰি আসনত বহিল আৰু তেতিয়া আসনত বহি থকা ভাৰ্গৱ মুনিক আন কথাৰ প্ৰসঙ্গৰ সামৰণি পেলাই নিজৰ কাৰ্যৰ কথা ক'বলৈ ধৰিলে, ॥ ৩ ॥

"আমি দুয়ো বিশুদ্ধ বলবিক্ৰমশালী নিৰ্মল আৰু বিপুল যশস্যাসম্পন্ন ইক্ষ্বাকুবংশোদ্ভৱ ৰজা (শুদ্ধোদন)ৰ শাস্ত্ৰীয় বিষয়ত আৰু মন্ত্ৰণা বিষয়ত অভিজ্ঞ পুৰোহিত আৰু মন্ত্ৰী ; আমাৰ এই পৰিচয় আপুনি গ্ৰহণ কৰক ॥ ৪ ॥

"ইন্দ্ৰতুল্য সেই ৰজাৰ জয়ন্তৰ তুল্য পুত্ৰটি জৰা (বাৰ্ধক্য) ভয় আৰু মৃত্যুভয়ৰপৰা হাত সাৰিবলৈ ইচ্ছা কৰি (আপোনাৰ) এই আশ্ৰমলৈ আহিছে । হে প্ৰভু! আমি দুজন সেই ল'ৰাটিৰ কাৰণেই ইয়ালৈ আহিছোঁ বুলি জানিব" ॥ ৫ ॥

ভাৰ্গৱ মুনিয়ে তেওঁবিলাকক ক'লে যে সেই দীৰ্ঘবাহু ৰাজকুমাৰজনা আহিছিল হয় ; কিন্তু তেওঁ কুমাৰ হ'লেও অবোধ নহয়। (আমাৰ ইয়াত প্ৰচলিত) এই ধৰ্ম পুনৰ্জন্ম-কাৰক বুলি জানি মোক্ষলাভৰ ইচ্ছাৰে তেওঁ অৰাড় মুনিৰ ওচৰলৈ গ'ল ॥ ৬ ॥

তেতিয়া সেই মুনিজনৰপৰা তেওঁলোকে আচল কথা জানিব পাৰি সেইদিনা সেই মুহূৰ্ততে ব্ৰাহ্মণজনাৰপৰা বিদায় লৈ যিপিনেদি তেওঁ (ৰাজকুমাৰ) গৈছিল সেই-পিনেৰে যাবলৈ ধৰিলে। তেওঁলোক পৰিশ্ৰান্ত হৈ পৰিছিল যদিও ৰাজভক্তিৰ কাৰণে অক্লান্তজনৰ দৰে উৎসাহান্বিত হৈ (যাবলৈ ধৰিলে) ॥ ৭ ॥

তাৰ পিচত তেওঁলোক দুজনে গৈ অপৰিচ্ছন্ন অৱস্থাতো শৰীৰৰ তেজস্বিতাৰ গুণত দীপ্তিমান হৈ বাটৰ দাঁতিত থকা গছ এজোপাৰ তলত বহি থকা (ৰাজকুমাৰক) দেখা পালে ; (তেওঁলোকৰ এনে লাগিছিল যে ৰাজকুমাৰ যেন) মেঘাবৃত সূৰ্যটোহে ॥ ৮ ॥

তেতিয়া বনত বাস কৰি থকা ৰামক দেখা কৰিবলৈ বামদেৱেৰে সৈতে উৰ্বশীপুত্ৰ বশিষ্ঠমুনি যোৱাৰ দৰে মন্ত্ৰীৰে সৈতে ৰাজপুৰোহিতজনাই বাহন এৰি থৈ তেওঁৰ ওচৰ চাপিলগৈ ॥ ৯ ॥

তাৰ পিচত স্বৰ্গত শুক্ৰ আৰু বৃহস্পতিয়ে দেৱৰাজ ইন্দ্ৰক আদৰ-সম্ভাষণ কৰাৰ দৰে তেওঁলোক দুজনে সেই ৰাজকুমাৰক যথাযোগ্যভাৱে আদৰ-সম্ভাষণ জনোৱাত সেই ৰাজকুমাৰেও তেওঁবিলাকক যথাযোগ্য প্ৰতি-সম্ভাষণ কৰিলে ॥ ১০ ॥

তেতিয়া শাক্যকুলৰ পতাকাস্বৰূপ সেই কুমাৰৰ অনুমতি অনুসৰি তেওঁলোক দুয়ো কুমাৰৰ দুয়োকাষে বহিল। সেই



অৱস্থাত চন্দ্ৰৰ ওচৰত যোগবিশেষত পুনৰ্বসু নক্ষত্ৰযুগলে শোভা পোৱাৰ দৰে তেওঁৰ ওচৰত তেওঁলোক দুজনে শোভা পাইছিল ॥ ১১ ॥

স্বৰ্গত পাৰিজাতৰ গুৰিত বহি থকা ইন্দ্ৰপুত্ৰ জয়ন্তক বৃহস্পতিয়ে উপদেশ দিয়াৰ দৰে গছৰ গুৰিত বহি দীপ্তিমান হৈ থকা ৰাজকুমাৰক ৰাজপুৰোহিতে ক'লে, ॥ ১২ ॥

"কুমাৰ, তোমাৰ বিয়োগৰ শোকশেল হৃদয়ৰ ভিতৰলৈ সোমাই যোৱাত ৰজা কিছু সময় মূৰ্চ্ছিত হৈ মাটিত পৰি আছিল আৰু (চেতনা পোৱাৰ পিচত) চকুৰ পানী পেলাই পেলাই তোমাক যি কথা কৈছে কওঁ শুনা : ॥ ১৩ ॥

" 'ধৰ্মৰ প্ৰতি তোমাৰ যি দৃঢ়বিশ্বাস তাক মই জানো, (গতিকে) তোমাৰ এইটো (বনবাস) অৱশ্যে ঘটিব তাকো জানো। কিন্তু তুমি অসময়ত বনবাস গ্ৰহণ কৰা হেতুকে সাক্ষাৎ অগ্নিস্বৰূপ শোকাগ্নিয়ে মোক পুৰি মাৰিব লাগিছে ॥ ১৪ ॥

" 'সেই কাৰণে হে ধৰ্মপ্ৰিয়, মোৰ ভালৰ (জীৱনৰক্ষাৰ) অৰ্থেহে তুমি ফিৰি আহা আৰু (মোৰ প্ৰিয়কাৰ্য কৰাটোহে ধৰ্ম গতিকে) ধৰ্মৰ অৰ্থেই এই বনবাসৰ সঙ্কল্প ত্যাগ কৰা। নদীৰ বাঢ়ি অহা বেগে পাৰ ভাঙি পেলোৱাৰ দৰে এই শোকৰ বেগে বাঢ়ি আহি গৈ মোক আঘাত কৰিব লাগিছে ॥ ১৫ ॥

" 'বায়ু, সূৰ্য, অগ্নি আৰু বজ্ৰই মেঘ, জল, শুকান কাঠৰ বন আৰু পৰ্বতৰ ওপৰত যথাক্ৰমে যি বিক্ষেপ (বিচ্ছেদ), শোষণ, দাহন আৰু বিদাৰণ কাৰ্য কৰে শোকে মোৰ ওপৰত একাধাৰে সেই বিক্ষেপ, শোষণ, দাহ আৰু বিদাৰণ কাৰ্য কৰিব লাগিছে ॥ ১৬ ॥

"'হে শাস্ত্ৰজ্ঞ, সেই কাৰণে পৃথিৱীৰ আধিপত্য ভোগ কৰাহি ; সময় হলে বনলৈ যাবা। এই দুৰ্ভগীয়াৰ কথা বিবেচনা কৰিবা, কাৰণ সকলো প্ৰাণীৰ প্ৰতি দয়াই ধৰ্ম ॥ ১৭ ॥

"'এই ধৰ্ম যে অকল বনতহে সিদ্ধি হয় এনে নহয়, সংযমীলোকৰ পক্ষে নগৰতো যে সিদ্ধিলাভ হ'ব পাৰে সেইটো নিশ্চিত। বুদ্ধি আৰু প্ৰযত্নহে ধৰ্মসিদ্ধিৰ কাৰণ, বনবাস আৰু ভিক্ষুবেশ কাপুৰুষৰহে চিন ॥ ১৮ ॥

"'মূৰত মুকুট ধাৰণ কৰা, গলত হাৰ পিন্ধি থকা, হাতত কেয়ূৰ লগাই থকা আৰু ৰাজলক্ষ্মী কোলাত বাগৰি থকা নৃপতিসকলে গৃহস্থ হৈ থাকিও মোক্ষধৰ্ম লাভ কৰিছিল ॥ ১৯ ॥

"'বলি আৰু বজ্ৰবাহু নামেৰে ধ্ৰুবৰ দুজন সৰু ভায়েক তথা বৈভ্ৰাজ, আষাঢ়, অন্তিদেৱ (ৰন্তিদেৱ) আৰু বিদেহৰাজ জনক ; সেইদৰে ৰাম, দ্ৰুম, সেনজিৎ আদি ৰজাসকলে গৃহস্থ হৈও মোক্ষধৰ্ম সাধনাত দীক্ষিত আছিল বুলি জানিবা। সেই কাৰণে তুমি জ্ঞানৰ ওপৰত আধিপত্য আৰু ৰাজশ্ৰী এই দুয়োটাকে একেলগে উপভোগ কৰা ॥ ২০—২১ ॥

"'অভিষেক কাৰ্য সম্পন্ন হোৱাৰ পিচত অভিষেকৰ পানীৰে তিতি থকা অৱস্থাতে তোমাক গাঢ়ভাৱে আলিঙ্গন কৰি আৰু ওপৰত ৰাজছত্ৰ ধৰি থকা অৱস্থাত তোমাৰপিনে চাই সেই আনন্দেৰেই মই বনলৈ যাব খোজোঁ' ॥ ২২ ॥

"ৰজাই তোমাক যিখিনি কথা কৈছে সেই কথাৰ প্ৰতিটো আখৰেই তেওঁৰ চকুলোৰে গঁথা। এই কথা শুনি তুমি তেওঁৰ মঙ্গলৰ অৰ্থে প্ৰীতিৰে তেওঁৰ মৰমৰ প্ৰতিদান দিয়া উচিত ॥ ২৩ ॥



"তোমাৰ বিয়োগজাত অগাধ শোকসমুদ্ৰত পৰি শাক্যৰাজ তল গৈছে। গতিকে সমুদ্ৰত ডুবি যোৱা অনাথ, নিৰাশ্ৰয় লোকক নাৱে উদ্ধাৰ কৰাৰ দৰে তুমি তেওঁক উদ্ধাৰ কৰা ॥ ২৪ ॥

"গঙ্গাৰ গৰ্ভত ওপজা ভীষ্ম, শ্ৰীৰাম আৰু ভাৰ্গৱ পৰশুৰামে পিতৃৰ সন্তোষৰ অৰ্থে কৰা কৰ্মৰ কথা শুনি তুমিও পিতৃৰ অভিলষিত কৰ্ম কৰা উচিত ॥ ২৫ ॥

"তুমি জানিবা যে তোমাক লালন-পালন কৰি ডাঙৰ কৰোঁতা দেৱী গৌতমী অগস্ত্য মুনিৰ সেৱিত দক্ষিণ দিশলৈ চিৰদিনৰ বাবে যাত্ৰা নকৰাকৈ (নমৰাকৈ) আছে হয়, কিন্তু পোৱালিৰ প্ৰতি অতি মৰমিয়াল অথচ পোৱালি মৰি যোৱা বা হেৰোৱা গাই গৰুৰ দৰে শোকত আতুৰ হৈ অনবৰত করুণভাৱে কান্দি আছে ॥ ২৬ ॥

"স্বামী থকা সত্ত্বেও হাঁহে এৰি যোৱা মাইকী হাঁহজনীৰ দৰে আৰু বনত হাতীয়ে এৰি যোৱা মাইকী হাতীৰ দৰে অনাথা আৰু (শোকত) আতুৰ হৈ পৰা তোমাৰ পত্নীক দেখা দি (তেওঁক এই দুখৰপৰা) পৰিত্ৰাণ কৰা উচিত ॥ ২৭ ॥

"তোমাৰ একেটি শিশুপুত্ৰ, সি দুখ সহিব পৰা হোৱা নাই, অথচ অন্তৰত সন্তাপ সহ্য কৰি থাকিব লগাত পৰিছে। সেই ৰাহুলক ৰাহুৰ উপদ্ৰৱৰপৰা পূৰ্ণচন্দ্ৰক মুক্ত কৰাৰ দৰে পিতৃশোকৰপৰা মুক্ত কৰা ॥ ২৮ ॥

"তোমাৰ বিয়োগ যাৰ ইন্ধন, দীৰ্ঘনিশ্বাস যাৰ ধোঁৱা আৰু মূৰ্চ্ছা যাৰ শিখা সেই শোকৰূপ জুইত দেই-পুৰি যোৱা সমগ্ৰ ৰাজঅন্তেষপুৰ আৰু নগৰখনেই তোমাৰ দৰ্শনৰূপ পানীৰ আকাঙ্ক্ষাত আছে"। ২৯ ॥

সেই পৰিপূৰ্ণ শক্তিশালী, গুণজ্ঞ বোধিসত্ত্বই ৰাজপুৰোহিত-জনাৰ কথা শুনি অলপপৰ চিন্তা কৰি চাই (তেওঁৰ কথাৰ) গুণ আৰু বিনয়পূৰ্ণ প্ৰত্যুত্তৰ এইদৰে দিলে, ॥ ৩০ ॥

"পুত্ৰৰ প্ৰতি সকলো পিতৃৰে, বিশেষকৈ মোৰ প্ৰতি মোৰ পিতৃ শাক্যৰাজৰ মনোভাব (স্নেহ) কেনেকুৱা তাক মই জানো। তাক জানিও মই ব্যাধি, জৰা আৰু মৃত্যুৰ ভয়ত ভীত হৈ অগত্যা (কোনো গত্যন্তৰ নোহোৱাৰ কাৰণে) আত্মীয়-স্বজনক পৰিত্যাগ কৰিছোঁ ॥ ৩১ ॥

"অৱশেষত যদি প্ৰিয়বিয়োগ নঘটিলেহেঁতেন তেন্তে কোনে নিজৰ প্ৰিয় আত্মীয়-স্বজনক চাই থাকিবলৈ ইচ্ছা নকৰিলে-হেঁতেন। কিন্তু বহুকাল জীয়াই থাকিলেও বিয়োগ ঘটিবই যেতিয়া মই স্নেহশীল মৰমিয়াল পিতৃকো ত্যাগ কৰিছোঁ ॥ ৩২ ॥

"আপুনি যে মোৰ কাৰণেই ৰজাৰ শোক হোৱা বুলি কৈছে, সেই কথা সপোনৰ নিচিনা (ক্ষণিক), সমাগমত বিয়োগ অৱশ্যম্ভাৱী, এনেস্থলত যে শোকসন্তপ্ত হৈছে সেইটো মই ভাল পোৱা নাই ॥ ৩৩ ॥

আৰু জগতৰ এনেকুৱা বিচিত্ৰ গতি দেখি আপোনাৰ বুদ্ধিত এই নিশ্চিত ধাৰণা হ'ব লাগে যে সন্তাপৰ কাৰণ পুত্ৰ নহয়, আৰু পিতাও (বন্ধু বান্ধৱো) নহয়, অজ্ঞানহে এই সন্তাপৰ কাৰণ ॥ ৩৪ ॥

"এই সংসাৰত বাটৰুৱা মানুহৰ দৰে প্ৰাণীবিলাকৰ (কোনো এঠাইত বা কোনো এটা সময়ত) যি সমাগম (মিলন) ঘটে সেইদৰে সময়ৰ মূৰত তাৰ বিয়োগ (বিচ্ছেদ) হোৱাটোও নিশ্চিত (অপৰিহাৰ্য)। গতিকে বন্ধু বা পৰিচিত লোকৰ বিয়োগত কোন জ্ঞানী লোকে শোক কৰিব? ॥ ৩৫ ॥



("মানুহে) পৰলোকত আত্মীয়-স্বজনক ত্যাগ কৰিয়ে ইহলোকলৈ আহে। আকৌ ইয়াতো আত্মীয়-স্বজনক ত্যাগ কৰি পৰলোকলৈ যায়। তালৈ গৈও তাৰপৰা অন্যলোকলৈ যায়। এইদৰে আত্মীয়-স্বজনক এৰি যোৱাটোৱে প্ৰাণীৰ স্বভাৱ যেতিয়া তাৰ কথা কিয় চিন্তা কৰিব লাগে? ॥ ৩৬ ॥

"গৰ্ভ অৱস্থাৰপৰা আৰম্ভ কৰি যিকোনো অৱস্থাতে বধ কৰিবৰ কাৰণে মৃত্যু লাগি আছে যেতিয়া মোৰ সেই পুত্ৰবৎসল পিতৃদেৱে 'অকালতে মই বনত আশ্ৰয় গ্ৰহণ কৰা' বুলি কেনেকৈ ক'লে? ॥ ৩৭ ॥

"বিষয়ভোগতহে অকাল আছে, সেইদৰে অৰ্থবিধিত অৰ্থাৎ ধন-উপাৰ্জনৰ ক্ষেত্ৰতো কালৰ নিৰ্ণয় আছে। জগতখনক কালে সকলো সময়তে আকৰ্ষণ কৰি আছে গতিকে মোক্ষ উপাৰ্জনত কোনো নিৰ্দিষ্ট কাল নাই ॥ ৩৮ ॥

"ৰজাই যে মোৰ ওপৰত ৰাজ্যভাৰ এৰি দিব খুজিছে সেইটো পিতৃৰ উদাৰতা আৰু যোগ্য কথা; কিন্তু ৰোগ-গ্ৰস্ত (ৰুগীয়া) লোকে লোভত পৰি যিদৰে অপথ্য অন্ন গ্ৰহণ নকৰে, সেইদৰে ময়ো তাক (ৰাজ্যভাৰ) গ্ৰহণ কৰিব নোৱাৰো ॥ ৩৯ ॥

য'ত উদ্বেগ, মদ (মত্ততা) আৰু পৰিশ্ৰম আছে, ইপিনে পৰৰ ওপৰত অত্যাচাৰ কৰিব লগা হয় গতিকে ধৰ্মৰো হানি হয়, সেই মোহৰ ভঁৰাল ৰাজত্ব জ্ঞানী মানুহে গ্ৰহণ কৰিব পাৰে কেনেকৈ? ॥ ৪০ ॥

"জুইলগা সোণৰ অট্টালিকাৰ নিচিনা, বিহ মিহলোৱা উত্তম খাদ্যৰ নিচিনা আৰু ঘৰিয়াল থকাৰ কাৰণে ভয়ঙ্কৰ হৈ উঠা পদুম পুখুৰীৰ পানীৰ নিচিনা এই ৰাজ্য মনোৰম হলেও বিপদৰ স্বৰূপ ॥ ৪১ ॥

"ৰাজ্য এনেকুৱা যে তাত সুখো নাই ধৰ্মও নাই। সেইকাৰণেই পুৰণিকালত ৰজাসকলে য'ত দুখ অৱশ্যম্ভাৱী এনেকুৱা বৃদ্ধ অৱস্থাত (ৰাজত্বৰ প্ৰতি) বিতৃষ্ণ হৈ ৰাজ্য এৰি বনলৈহে গৈছিল ॥ ৪২ ॥

"সন্তোষক শ্ৰেষ্ঠ ৰত্নৰ দৰে অন্তৰত সুৰক্ষিত কৰি অৰণ্যত ঘাঁহ খাই থকাও ভাল ; তথাপি লুকাই থকা ফেঁটী সাপৰ নিচিনা ৰাজশ্ৰীসুলভ দোষবিলাকৰ লগত বাস কৰা উচিত নহয় ॥ ৪৩ ।

"ৰজাৰ পক্ষে ধৰ্ম উপাৰ্জনৰ ইচ্ছাৰে ৰাজ্য এৰি বনত প্ৰৱেশ কৰাটো (বনলৈ যোৱাটো) বৰং প্ৰশংসনীয় কাৰ্য, কিন্তু প্ৰতিজ্ঞা ভঙ্গ কৰি বন এৰি ঘৰলৈ ফিৰি অহাটো কোনোমতেই উচিত নহয় ॥ ৪৪ ॥

"ভাল শ্ৰেষ্ঠ বংশত ওপজা কোন ধৈৰ্যশীল মানুহে ধৰ্মাচৰণৰ ইচ্ছাত বনলৈ গৈ পিচত গেৰুৱা সাজ পৰিত্যাগ কৰি নিৰ্লজ্জ-ভাৱে ইন্দ্ৰৰ পুৰী হ'লেও তাত আশ্ৰয় লবহি পাৰে ? ॥ ৪৫ ॥

"লোভ, অজ্ঞানতা অথবা ভয়ত যি মানুহে উদ্বমিত খাদ্য আকৌ খাব পাৰে সেই মানুহেহে কামোপভোগ পৰিত্যাগ কৰি আকৌ লোভ, অজ্ঞানতা নাইবা ভয়বশতঃ গ্ৰহণ কৰিব পাৰে ॥ ৪৬ ॥

"আৰু যেয়ে জুইলগা ঘৰৰপৰা কোনোপ্ৰকাৰে বাহিৰ ওলাই আহি আকৌ সেই ঘৰতে সোমায়গৈ সেই লোকেহে গৃহস্থাশ্ৰমৰ দোষ বিলাক দেখি তাক এৰি গৈ আকৌ মোহবশতঃ (অজ্ঞানবশতঃ) সেই গৃহস্থাশ্ৰম গ্ৰহণ কৰিবলৈ ইচ্ছা কৰিব ॥ ৪৭

"বহুত ৰজাই গৃহস্থাশ্ৰমত থাকিও মোক্ষলাভ কৰিছিল বুলি যে বেদত পোৱা যায়, সেইটো অসম্ভৱ কথা। শমপ্ৰধান (বৈৰাগ্যপ্ৰধান) মোক্ষধৰ্ম ক'ত ? আৰু দণ্ডপ্ৰধান ৰাজধৰ্মই বা ক'ত ? ॥ ৪৮ ॥



"যদি শক্তিৰ প্ৰতি ৰুচি হয় তেন্তে ৰাজ্যশাসন কাৰ্য শিথিল হৈ পৰিব আৰু যদি ৰাজ্যত মনোযোগ দিয়া হয় তেন্তে শান্তিত বিঘিনি ঘটিব। পানী আৰু জুইৰ শীতলতা আৰু উত্তাপৰ যিদৰে মিল নাই সেইদৰে শান্তভাব আৰু কঠোৰ ভাবৰো মিল নাই ॥ ৪৯ ॥

"গতিকে সেই ৰজাসকলে (মোক্ষধৰ্ম আৰু ৰাজধৰ্ম যে পৰস্পৰ বিৰুদ্ধ) এই নিশ্চিত ধাৰণাৰ কাৰণেই ৰাজপদ পৰিত্যাগ কৰি শান্তি (মোক্ষ) লাভ কৰিছিল, অথবা ৰাজ্য-শাসন কাৰ্যত ৰত থাকিও জিতেন্দ্ৰিয় হৈ থকাৰ কাৰণে তেওঁবিলাকে অনৈষ্ঠিক (অনিত্য) পদকে মোক্ষপদ বুলি ভাবি (মই মুক্ত হ'লোঁ বুলি) অভিমান কৰিছিল ॥ ৫০ ॥

"সেই ৰজাসকলৰ ৰাজ্যশাসন কাৰ্যত ৰত থকা সত্বেও শান্তিলাভ হৈছিল যদি হওক বাৰু, কিন্তু মই হ'লে আচলতে কোনো নিশ্চিত ধাৰণা নোহোৱাকৈ বনলৈ অহা নাই ; গতিকে গৃহ আৰু বন্ধু নামৰ জৰি ছিগি মুকলি হৈ অহাৰ পিচত আকৌ সেই বান্ধত সোমাবলৈ ইচ্ছা নকৰোঁ" ॥ ৫১ ॥

ৰাজকুমাৰে এনেকুৱা আত্মজ্ঞান আৰু গুণৰ অনুৰূপ, নিস্পৃহ, যুক্তিযুক্ত আৰু তেজস্বী কথা কোৱা শুনি তাৰ প্ৰত্যুত্তৰত ৰাজমন্ত্ৰীয়েও ক'লে, ॥ ৫২ ॥

"ধৰ্মাচৰণৰ বিষয়ে তোমাৰ এই যে নিশ্চিত ধাৰণা ই যুক্তিযুক্তও নহয়, সময়োপযোগীও নহয়। বয়সস্থ (বৃদ্ধ) পিতাৰাক শোকৰ গৰাহত পেলাই দি ধৰ্ম উপাৰ্জন কৰিবলৈ ইচ্ছা কৰাটো তোমাৰ ধৰ্ম নহয়" ॥ ৫৩ ॥

"সম্ভৱতঃ তোমাৰ বুদ্ধি ধৰ্ম, অৰ্থ আৰু কামৰ সম্বন্ধে বেছি সূক্ষ্ম (তীক্ষ্ণ) নহয়, অথবা তোমাৰ বুদ্ধি পৰিপক্ক হৈ উঠা নাই। কাৰণ তুমি নেদেখা ফালৰ উদ্দেশ্যে (আশাত) প্ৰত্যক্ষ অৰ্থক (সম্পদ) অস্বীকাৰ কৰি চলিছা ॥ ৫৪ ॥

"কোনোৱে কয় যে পুনৰ্জন্ম আছে, কোনো কোনোৱে আকৌ পুনৰ্জন্ম নাই বুলিহে দৃঢ়ভাৱে কয়। এইদৰে এই বিষয়টো সন্দেহযুক্ত হৈ পৰিছে কাৰণে আগত উপস্থিত হোৱা ৰাজ ঐশ্বৰ্যকে উপভোগ কৰা উচিত ॥ ৫৫ ॥

"আৰু এই জন্মৰ পিচত যদি কিবা হ'বলগীয়া গতি আছেও তাক যেতিয়া যিদৰে পোৱা হ'ব সেইদৰেই আমি উপভোগ কৰিমহঁক। কিন্তু যদি পৰকালত হ'বলগীয়া আৰু একো নাথাকে তেন্তেতো বিনাযত্নই এই জগতৰ মোক্ষলাভ সিদ্ধ হৈ আছে ॥ ৫৬ ॥

"কোনো কোনো লোকে পৰলোক আছে বুলি কয়; কিন্তু মোক্ষ থকাৰ বিষয়ে যুক্তি দি একো নকয়। অগ্নিৰ উষ্ণতা আৰু পানীৰ দ্ৰৱত্বৰ কাৰণ যিদৰে প্ৰকৃতিয়েই সেইদৰে তেওঁলোকে প্ৰকৃতিকে জাগতিক সকলো প্ৰবৃত্তিৰ (ঘটনাৰ) কাৰণ বুলি কয় ॥ ৫৭ ॥

"কোনো কোনোৱে শুভ-অশুভ, জন্ম আৰু মৃত্যু স্বভাৱৰ পৰাই হয় বুলি বৰ্ণনা কৰে। (তেওঁবিলাকৰ মতে) যিহেতু এই সকলোবোৰ জাগতিক বস্তু স্বাভাৱিক (স্বভাৱৰ কাৰ্য) সেইহেতুকে (মানুহৰ) চেষ্টাৰ কোনো প্ৰয়োজন নাই ॥ ৫৮ ॥

"ইন্দ্ৰিয়বিলাক সদায় যে বিষয়ত প্ৰবৃত্ত হয়, সিহঁতৰ সেই বিষয়ৰ প্ৰতি ভাললগা, বেয়ালগা ভাব আছে আৰু প্ৰাণীৰ



জৰা আৰু দুখবেদনাৰ লগত যি সম্বন্ধ ঘটে, তাত কাৰ্নো কি যত্ন আছে, নিশ্চয় সি স্বভাৱেই ॥ ৫৯ ॥

"পানীৰ দ্বাৰা জুই শান্ত হয়, (জুই নুমায়) আৰু তেজঃপদাৰ্থই পানী শুহি নিয়ে; দেহৰ ভিতৰত থকা ভিন ভিন ভূতবিলাকে (ক্ষিতি, জল, তেজঃ, বায়ু আৰু আকাশ) এক হৈ জগত নিৰ্মাণ কৰি ৰক্ষা কৰে ॥ ৬০ ॥

"গৰ্ভত থকা অৱস্থাত প্ৰাণীৰ যে হাত, ভৰি, পেট, পিঠি আৰু মূৰৰ আকৃতি গঢ়ি উঠে আৰু সেই আত্মাৰ লগত যে তাৰ সংযোগ ঘটে এই সকলো কাৰ্য স্বাভাৱিক বুলি সেই বিষয়ৰ বিশেষজ্ঞসকলে কয় ॥ ৬১ ॥

"কাঁইট কোনে জোঙা কৰি দিয়ে অথবা পশু-পক্ষীবিলাকৰ নানা প্ৰকাৰৰ চিত্ৰ-বিচিত্ৰ ভেদবোৰ কোনে কৰি দিয়ে? এই সকলোবোৰ স্বভাৱতে হয়, ইয়াত কাৰো ইচ্ছাই কাম কৰা নাই, যত্ন থাকিব ক'ৰ পৰা? ॥ ৬২ ॥

"আন কোনো কোনোৱে ঈশ্বৰপৰা (জগতৰ) সৃষ্টি হোৱা বুলি কয়। তাত (ঈশ্বৰেই সকলো কৰে যেতিয়া) যত্নৰ প্ৰয়োজন কি? জগতখনৰ সৃষ্টিৰ যিটো কাৰণ তাৰ (জগতৰ) নিবৃত্তিৰো সেয়ে কাৰণ হোৱাটো নিশ্চিত (অৱশ্যম্ভাৱী) ॥ ৬৩ ॥

"কোনো কোনো লোকে আত্মাকে এই বিশ্বৰ উৎপত্তিৰ আৰু ভৱক্ষয়ৰ কাৰণ বুলি কয়। (তেওঁবিলাকে) জগতৰ উৎপত্তি বিনা যত্নে হয় বুলি আৰু মোক্ষ লাভ (সংসাৰনাশ) হলে যত্নৰ দ্বাৰাহে হব পাৰে বুলি প্ৰতিপন্ন কৰে ॥ ৬৪ ॥

"মানুহ ওপজোতেই তিনিটা ঋণ (ধাৰ) লৈ ওপজে। সন্তান উৎপাদনৰ দ্বাৰা পিতৃঋণৰপৰা, বেদাধ্যয়নৰ দ্বাৰা ঋষিঋণৰপৰা আৰু যজ্ঞানুষ্ঠানৰ দ্বাৰা দেৱঋণৰপৰা মুক্ত

হয়। ...এই তিনিটা ঋণৰপৰা মুক্তি পায় তেওঁৰহে মোক্ষ লাভ হয় ॥ ৬৫ ॥

"এনেকৈ বিহিত ক্রম অনুসৰি যত্ন কৰা লোকে মোক্ষ লাভ কৰে বুলি সেই বিষয়ৰ অভিজ্ঞ লোকসকলে কয়। কিন্তু বিধি প্ৰতিপাদিত ক্ৰমৰ চেষ্টা কৰি মোক্ষলাভ কৰিব খুজিলে কষ্টহে পায় ॥ ৬৬ ॥

"সেইকাৰণে, হে সৌম্য, যদি মোক্ষৰ প্ৰতি আগ্ৰহ আছে তেন্তে শাস্ত্ৰত যিদৰে কোৱা আছে সেই বিধিমতে ন্যায়সঙ্গতভাৱে মোক্ষধৰ্মৰ আচৰণ কৰা। তেনে কৰিলে সেই মোক্ষলাভো ঘটিব আৰু ৰজাৰো শোক-সন্তাপ গুচিব ॥ ৬৭ ॥

"আৰু বোপা, তপোবনৰপৰা ঘৰলৈ ফিৰি যোৱাত দোষ হ'ব বুলি তোমাৰ যি ধাৰণা হৈছে সেই বিষয়েও তুমি চিন্তা কৰিব নালাগে। আগৰ কালতো বহুতেই বনৰপৰা নিজৰ ঘৰলৈ ফিৰি গৈছিল ॥ ৬৮ ॥

"তপোবনত বাস কৰি থকা অম্বৰীষে প্ৰজাসকলৰ প্ৰাৰ্থনা অনুসৰি ( বনৰপৰা ) নগৰলৈ ফিৰি গৈছিল। সেইদৰে শ্ৰীৰামচন্দ্ৰইও তপোবনৰপৰা ফিৰি আহি অনাৰ্যবিলাকৰ দ্বাৰা উপক্ৰুত ( আক্ৰান্ত ) পৃথিৱীক ৰক্ষা কৰিছিল ॥ ৬৯ ॥

"তেনেকৈয়ে ক্ৰম নামেৰে শাম্বৰাজ্যৰ ৰজা এজনে পুত্ৰৰে সৈতে বনৰপৰা ফিৰি আহি নগৰত প্ৰৱেশ কৰিছিল আৰু সঙ্কৃতৰ পুত্ৰ অন্তিদেৱ ( ৰন্তিদেৱ ), যিজন ব্ৰহ্মৰ্ষি হৈ বনত বাস কৰি আছিল, তেৱোঁ ( পিচত বনৰপৰা ফিৰি আহি ) বশিষ্ঠ মুনিৰপৰা ৰাজ্যপদ গ্ৰহণ কৰিছিল ॥ ৭০ ॥

"ধৰ্ম আৰু যশস্যাৰে অতি উজ্জ্বল, এনেকুৱা অনেক-লোকেই বনবাস ত্যাগ কৰি ঘৰলৈ ফিৰি আহিছিল। সেই



কাৰণে ধৰ্মৰ নিমিত্তেই তপোবনৰপৰা ঘৰলৈ ফি... যোৱাত কোনো দোষ নাই" ॥ ৭১ ॥

ৰজাৰ চক্ষুঃস্বৰূপ সেই মন্ত্ৰীজনাৰ প্ৰিয় ( শ্ৰুতিমধুৰ ) আৰু হিতকৰ কথাখিনি শুনি ৰাজপুত্ৰই অবিচলিতভাৱে থাকি পৰিপূৰ্ণ সুসঙ্গতকৈ স্পষ্ট আৰু ধীৰভাৱে এই কথাখিনি কলে, ॥ ৭২ ॥

"এই সংসাৰত 'আছে আৰু নাই' এনেকুৱা যি সংশয় চলি আছে সেই বিষয়ে পৰৰ কথাৰ দ্বাৰা মই সিদ্ধান্ত কৰিব নোৱাৰোঁ। তপস্যা আৰু শমৰ ( ইন্দ্ৰিয় সংযমৰ ) দ্বাৰা আচল তথ্য মই নিজে জানিহে সেই বিষয়ে নিশ্চিত সিদ্ধান্ত যি হয় তাক গ্ৰহণ কৰিম ॥ ৭৩ ॥

"সন্দেহযুক্ত, অস্পষ্ট আৰু পৰস্পৰ বিৰোধী দৰ্শন (মতবাদ) মই গ্ৰহণ কৰিব নোৱাৰো। অন্ধকাৰত অন্ধই বাট দেখুৱাই নিয়া অন্ধ লোকৰ নিচিনাকৈ কোন জ্ঞানী মানুহে পৰৰ বিশ্বাসৰ ওপৰত নিৰ্ভৰ কৰি চলিব ? ॥ ৭৪ ॥

"মোৰ যদিও তত্ত্বজ্ঞান হোৱা নাই, তথাপি শুভ আৰু অশুভ বিষয়ে সংশয় উপস্থিত হ'লে মোৰ বুদ্ধি শুভ বিষয়-লৈহে যায়, শুভবুদ্ধিসম্পন্ন হৈ বৃথা কষ্ট কৰাও ভাল, কিন্তু নিন্দিত বুদ্ধিসম্পন্ন হৈ আচলতে সুখত থকাও ভাল নহয় ॥ ৭৫ ॥

"এই পৰস্পৰ বিৰুদ্ধ শাস্ত্ৰ দেখিলে আপ্ত (বিশ্বাসভাজন) লোকে যি কয় তাকেই ভাল ( ঠিক ) বুলি বুজিব লাগে, দোষহীনতাকে আপ্ততা বুলি ধৰিব লাগে ( অৰ্থাৎ যাৰ ভ্ৰম, প্ৰমাদ আৰু প্ৰৱঞ্চনাৰ ইচ্ছা আদি দোষ নাই তেনে লোককে আপ্ত বুলি ধৰিব লাগে ), কাৰণ দোষহীন ব্যক্তিয়ে মিছা কথা নকয় ॥ ৭৬ ॥

"[illegible] আপুনি যে ৰাম প্ৰভৃতি লোকৰ আদৰ্শ দেখুৱাই মোক [illegible] ঘৰলৈ ফিৰি যাবলৈ কৈছে তেওঁবিলাক প্ৰমাণ-পুৰুষ হব [illegible]াৰাবে, যিসকল লোকৰ ব্ৰত ভঙ্গ হৈছে সেই লোক ধৰ্ম নিৰ্ণয়ৰ কাৰণে প্ৰমাণৰূপে ( আদৰ্শৰূপে ) গ্ৰহণযোগ্য নহয় ॥ ৭৭ ॥

"সেইকাৰণে যদি কেতিয়াবা সূৰ্যও মাটিত পৰি যায় আৰু হিমালয় পৰ্বতেও স্থিৰতা পৰিত্যাগ কৰে তথাপি মই তত্ত্ব-জ্ঞান লাভ নকৰাকৈ সাধাৰণজনৰ দৰে হৈ ইন্দ্ৰিয়-বিলাকক বিষয়ৰ পিনে আগবঢ়াই দি ঘৰত আশ্ৰয় নলওঁগৈ ॥ ৭৮ ॥

"মই প্ৰজ্বলিত অগ্নিত প্ৰৱেশ কৰিম তথাপি কৃতকাৰ্য নোহোৱাকৈ ঘৰত নোসোমাওঁগৈ"—এইদৰে সগৰ্বে প্ৰতিজ্ঞা কৰি তেওঁ ( ৰাজকুমাৰ ) মমতাশূন্য হৈ তাৰপৰা উঠি স্ব-ইচ্ছা অনুযায়ী গুচি গ'ল ॥ ৭৯ ॥

ৰজাৰ মন্ত্ৰী আৰু পুৰোহিত ব্ৰাহ্মণ দুয়োজনে তেওঁৰ সেই অবিচলিত সঙ্কল্পৰ কথা শুনি চকুৰ পানী মচি বিষণ্ণ মনেৰে ( অলপ দূৰ ) তেওঁৰ পিছে পিছে গৈ থাকিল আৰু পিচত দুখিত হৈ অগত্যা লাহে লাহে নগৰৰ পিনেই যাবলৈ ধৰিলে ॥ ৮০ ॥

তেতিয়া তেওঁলোক দুজনে ৰাজকুমাৰৰ প্ৰতি স্নেহ আৰু ৰজাৰ প্ৰতি ভক্তিবশতঃ তেওঁৰ পিনে চাই চাই আগবাঢ়ি গৈছিল আৰু মাজে মাজে থিয় হৈ ৰৈ আছিল ; বাটত গৈ থাকোতে নিজৰ তেজেৰে প্ৰচণ্ড সূৰ্যৰ নিচিনা দীপ্তিমান সেই ৰাজকুমাৰৰ পিনে চাই থাকিবও পৰা নাছিল আৰু তেওঁক এৰি যাবও পৰা নাছিল ॥ ৮১ ॥



তেওঁবিলাকে সেই পৰম গতিসম্পন্ন ৰাজকুমাৰৰ [illegible]বিধি জানিবৰ কাৰণে বিশ্বাসভাজন গুপ্তচৰ নিযুক্ত কৰি "[illegible]য় পুত্ৰক পাবলৈ উদগ্ৰীৱ হৈ থকা ৰজাকনো আমি কে[illegible] দেখা কৰিম" এই কথা ভাবি ভাবি কোনো প্ৰকাৰে নগ[illegible]ল ফিৰি গ'ল ॥ ৮২ ॥

শ্ৰীমহামণ্ডলেশ্বৰৰ মন্ত্ৰী অশ্বঘোষ প্ৰণীত 'বুদ্ধচৰিত' মহা কাব্যৰ 'কুমাৰ-অন্বেষণ' নামেৰে নবম সৰ্গ ইয়াতে সমাপ্ত হ'ল ॥

—৯

# দশম সৰ্গ

## বিম্বিসাৰ সাক্ষাৎকাৰ

প্ৰশস্ত আৰু উন্নত বুকুৰ সেই ৰাজকুমাৰে ৰজাৰ হৱন-কৰ্মাধ্যক্ষ (পুৰোহিত) আৰু মন্ত্ৰণাধ্যক্ষক (মন্ত্ৰীক) তাতে এৰি চঞ্চল তৰঙ্গযুক্ত গঙ্গানদী পাৰ হৈ আঢ্যৱন্ত লোকৰ বাসভবনেৰে ভৰপূৰ ৰাজগৃহলৈ গ'ল ॥ ১ ॥

ব্ৰহ্মাদেৱ স্বৰ্গত উপস্থিত হোৱাৰ দৰে তেওঁ শান্তচিত্তে গৈ পৰ্বতৰ দ্বাৰা সুৰক্ষিত আৰু সুশোভিত মঙ্গলময় তপো-ভূমিৰে যুক্ত আৰু পৱিত্ৰ পঞ্চাচলৰ (পাঁচখন পৰ্বতৰ) দ্বাৰা চিহ্নিত সেই নগৰত উপস্থিত হ'ল ॥ ২ ॥

সেই সময়ত তাত থকা মানুহবিলাকে স্থিৰভাৱে ব্ৰত পালন কৰি থকা বৃষধ্বজ শিৱৰ নিচিনা ৰাজকুমাৰৰ সকলো লোকতকৈ শ্ৰেষ্ঠ, গাম্ভীৰ্য, প্ৰভাৱ আৰু তেজোদ্দীপ্ত শৰীৰ দেখি আচৰিত হ'ল ॥ ৩ ॥

তেওঁক দেখা পাই যেয়ে আন বাটেৰে গৈ আছিল তেওঁ তাতে থিয় হৈ ৰৈ থাকিল, যি আগৰপৰা তাত থিয় হৈ ৰৈ আছিল তেওঁ তেওঁৰ পিছে পিছে যাবলৈ ধৰিলে, যি বেগেৰে গৈ আছিল তেওঁ লাহে লাহে যাবলৈ ধৰিলে আৰু যি বহি আছিল তেওঁ থিয় হ'ল ॥ ৪ ॥

কোনোৱে দুয়ো হাতেৰে তেওঁক নমস্কাৰ জনাই পূজা কৰিলে, কোনোৱে মূৰ দোঁৱাই প্ৰণাম কৰিলে আৰু কোনোৱে মৰমসনা কথাৰে তেওঁক অভিনন্দন জনালে কোনো মানুহেই তেওঁক পূজা নকৰাকৈ যোৱা নাছিল ॥ ৫ ॥



বাটত তেওঁক দেখি বিচিত্ৰ সাজ-পাৰ পি[illegible] অহা লোকসকলে লাজ পালে, নানা কথা বলকি অহা [illegible]হ-বিলাকে কথা বন্ধ কৰি মনে মনে থাকিল, সাক্ষ[illegible]ৰ নিচিনা তেওঁৰ ওচৰত কোনো লোকৰে অন্যায় কাম[illegible]ৰ প্ৰবৃত্তি নোহোৱা হ'ল ॥ ৬ ॥

সেই সময়ত আন কামত ব্যস্ত থকা তিৰোতা বা পুৰুষবিলাকেও ৰাজপথত সেই দেৱতুল্য ৰাজকুমাৰক অতি আগ্ৰহেৰে চাই চাই চকুৰ তৃপ্তি লাভ কৰিব পৰা নাছিল ॥ ৭ ॥

তেওঁৰ ভ্ৰূযুগল, কপালখন, মুখখন, চকুযুৰি, শৰীৰটো, হাতদুখন, ভৰিদুখন অথবা চলন—এইবিলাকৰ যেয়ে যিটো দেখিছিল সেইটোৱেই তেওঁৰ চকু আবদ্ধ কৰি ৰাখিছিল ॥ ৮ ॥

যাৰ ভ্ৰূযুগল লোমেৰে সুশোভিত, চকুযুৰি দীঘলীয়া, শৰীৰটো উজ্জ্বল গৌৰবৰ্ণ, হাত জালৰেখা (চিহ্ন) ৰূপ শুভলক্ষণযুক্ত, সেই পৃথিৱী পালনৰ যোগ্যতাসম্পন্ন পুৰুষ-জনাক ভিক্ষুবেশত দেখা পাই ৰাজগৃহৰ ৰাজলক্ষ্মী বিচলিতা হৈ পৰিল ॥ ৯ ॥

এনেতে মগধদেশৰ অধিপতি শ্ৰেণ্যই (বিম্বিসাৰে) বাহিৰৰ ৰাজ অট্টালিকাৰ ওপৰৰপৰা সেই বিপুল জনসমূহ দেখা পালে আৰু তাৰ (সেই জনসমাগমৰ) কাৰণ অনুসন্ধান কৰিলে। তেতিয়া এজন বিষয়াই তেওঁৰ আগত ক'লে, ॥ ১০॥

"পৰমজ্ঞান নাইবা সমগ্ৰ পৃথিৱীৰ ৰাজলক্ষ্মী লাভ কৰিব বুলি ব্ৰাহ্মণসকলে যাৰ কথা কৈছিল এৱেঁই সেই শাক্য-ৰাজৰ পুত্ৰ; এওঁ প্ৰব্ৰজ্যা গ্ৰহণ কৰিছে (সন্ন্যাসী হৈছে)। এই মানুহবিলাকে তেওঁকে চাইছে" ॥ ১১ ॥

[illegible]ওয়া সেই কথা শুনি ৰজাৰ মনত তেওঁৰ প্ৰতি শ্ৰদ্[illegible] উপজিল আৰু সেই বিষয়াজনকে তেওঁ ক'লে, "ক'লৈ য[illegible] আহিছে খবৰ কৰাচোন বাৰু।" "ভাল বাৰু" বু[illegible] কৈ সেই ৰাজবিষয়াজন তেওঁৰ (সন্ন্যাসী ৰাজকুমাৰৰ) পিছে পিছে যাবলৈ ধৰিলে ॥ ১২ ॥

তেওঁৰ (ৰাজকুমাৰৰ) দৃষ্টি স্থিৰ, কেৱল আগৰপিনে চাৰিহাত দূৰলৈহে দেখে, বাক্য সংযত, গতি নিয়মিত আৰু ধীৰ, শৰীৰ আৰু চঞ্চল চিত্তক সংযত কৰি সেই শ্ৰেষ্ঠ ভিক্ষুজনাই ভিক্ষা মাগি ফুৰিছে ॥ ১৩ ॥

ভিক্ষা কৰি যিখিনি পোৱা হ'ল তাকে লৈ তেওঁ পৰ্বতৰ নিৰ্জন নিজৰা এটাৰ পাৰলৈ গ'ল আৰু তাতে ধৰ্মানুকূলভাৱে (ধৰ্মমতে) সেইখিনিৰে আহাৰ কৰি পাণ্ডৱ পৰ্বতৰ ওপৰত উঠিলগৈ ॥ ১৪ ॥

ম'ৰা চৰাইৰ মাতেৰে লতাকুঞ্জবিলাক পৰিপূৰ্ণ হৈ থকা আৰু লোধগছৰ শাৰীৰে চাৰিওপিনে আবৃত সেই পৰ্বতৰ ওপৰত ৰঙা কাপোৰ পিন্ধা সেই মানৱসূৰ্য উদয়গিৰিৰ ওপৰত-নতুনকৈ উদয় হোৱা (প্ৰভাতকালীন) সূৰ্যৰ দৰে বিৰাজ কৰিছিল ॥ ১৫ ॥

ৰাজবিষয়াজনে সেই ঠাইত তেওঁক দেখা পাই ৰজা শ্ৰেণ্যক তেওঁৰ কথা ক'লেগৈ আৰু ৰজাই তেওঁৰ কথা শুনি (বুদ্ধৰ প্ৰতি) গভীৰ শ্ৰদ্ধাৰ কাৰণে লগত কম সংখ্যক অনুচৰ লৈ সেই ঠাইলৈ যাত্ৰা কৰিলে ॥ ১৬ ॥

পাণ্ডৱৰ দৰে বীৰ, পৰ্বতৰ নিচিনা বিশাল শৰীৰসম্পন্ন, মুকুটধাৰী, সিংহসদৃশ গতিসম্পন্ন সেই নৰশ্ৰেষ্ঠ ৰজাই পৰ্বতশ্ৰেষ্ঠ পাণ্ডৱগিৰিৰ ওপৰলৈ চঞ্চল কেশৰ (কেশৰ-বোৰ কঁপি থকা) সিংহ উঠি যোৱাৰ দৰে উঠি গ'ল ॥ ১৭ ॥



তাৰ পিচত পাণ্ডৱ পৰ্বতৰ ওপৰত শিখৰস[illegible] হৈ পৰ্যঙ্ক আসন কৰি থকা, জিতেন্দ্ৰিয় বোধিসত্ত্বক মেঘ[illegible]ৰ পৰা ওলাই অহা জোনটোৰ দৰে বিৰাজ কৰি [illegible] দেখা পালে ॥ ১৮ ॥

ৰূপসম্পদ আৰু শমগুণৰ (শান্ত স্বভাৱৰ) দ্বাৰা নিৰ্মিত ধৰ্মৰ প্ৰতিমূৰ্তিৰ দৰে বহি থকা তেওঁৰ ওচৰত ৰজা ব্ৰহ্মাৰ ওচৰত ইন্দ্ৰ উপস্থিত হোৱাৰ দৰে সবিস্ময়ে আৰু বিনীত-ভাৱে উপস্থিত হ'ল ॥ ১৯ ॥

তেওঁ (ৰজাই) নীতিজ্ঞবিলাকৰ ভিতৰত শ্ৰেষ্ঠ সেই পুৰুষজনাৰ (বোধি সত্ত্বৰ) ওচৰ চাপি যথাৰীতি শাৰীৰিক মঙ্গল বাতৰি সুধিলে আৰু তেওঁ (ৰাজকুমাৰেও) সেইদৰে যথাযোগ্য শান্তভাৱে ৰজাক নিজৰ মানসিক সুস্থতা আৰু শাৰীৰিক আৰোগ্যৰ কথা ক'লে ॥ ২০ ॥

তাৰ পিচত ৰজা হাতীৰ কাণৰ নিচিনা নীলবৰণীয়া, পৰিস্কাৰ পৰিচ্ছন্ন শিল এছটাৰ ওপৰত ভালকৈ বহিল আৰু তেওঁৰ মনোভাৱ জানিবৰ ইচ্ছাৰে তেওঁৰ অনুমতি লৈ এই কথা ক'লে, ॥ ২১ ॥

"আপোনাৰ পৰিয়ালৰ লগত আমাৰ অতিশয় প্ৰীতি (সৌহাৰ্দ্য) পুৰুষানুক্ৰমে চলি আহিছে আৰু সি পৰীক্ষিত। হে মিত্ৰ, সেইকাৰণে মোৰ আপোনাক সুধিবলৈ মন গৈছে, মোৰ এই স্নেহপূৰ্ণ কথাখিনি আপুনি মনোযোগ দি শুনক: ॥ ২২ ॥

"আপোনাৰ এই মহান বংশ সূৰ্যৰপৰাই আৰম্ভ হৈছে। আপোনাৰ নবীন বয়স আৰু তেজোদ্দীপ্ত (সুন্দৰ) শৰীৰ। এনেস্থলত কি কাৰণে আপোনাৰ মনে ক্ৰম এৰি ৰাজ্যৰ প্ৰতি অভিলাষ নকৰি ভিক্ষা বৃত্তি অভিলাষ কৰিলে? ॥ ২৩ ॥

আপোনাৰ এই দেহ ৰঙা চন্দন ঘঁহাৰ যোগ্য, ৰঙা [illegible] ইয়াৰ কাৰণে উপযুক্ত নহয় আৰু এই হাত প্ৰজা-[illegible]ৰ কাৰণেহে যোগ্য ইয়াৰে আনে দিয়া অন্ন খোৱাটো অ[illegible]চিত হৈছে ॥ ২৪ ॥

"সেইকাৰণে হে সৌম্য, যদি আপুনি পিতৃৰ প্ৰতি স্নেহৰ কাৰণে বলেৰে পৈত্ৰিক ৰাজ্য লব খোজা নাই, নাইবা পুৰুষানুক্ৰমে ৰাজ্য পোৱালৈকে অপেক্ষা কৰি থাকিবলৈ আপোনাৰ মন নাই, তেন্তে সোনকালে মোৰ ৰাজ্যৰে আধা আপুনি ভোগ কৰক ॥ ২৫ ॥

"এনেকুৱা কৰিলে আত্মীয়-স্বজনৰ ওপৰত উৎপীড়নো (লগতে বিৰোধো) নহয় অথচ শান্তিৰ আশ্ৰয়তে কালক্ৰমত (যথাসময়ত পিতৃৰ মৃত্যু হলে) ৰাজ্যশ্ৰী লাভ হ'ব। সেই কাৰণে আপুনি মোৰ লগত মিত্ৰতা স্থাপন কৰক, সজ্জনৰ সঙ্গতিৰপৰা সজ্জনৰ সমৃদ্ধি (সম্পদ লাভ) হয় ॥ ২৬ ॥

"যদি এতিয়া কুলগৌৰৱৰ কাৰণে মোৰ ওপৰত আপুনি নিৰ্ভৰ কৰিব নোৱাৰে তেন্তে মোৰ সহায়ত বেহু পাতি থকা সেনাদলৰ মাজত সোমাই বাণেৰেই (অস্ত্ৰৰ দ্বাৰাই) শত্ৰুক জয় কৰি লবলৈ উদ্যোগ কৰক ॥ ২৭ ॥

"গতিকে এই দুটাৰ ভিতৰত মোৰ যিকোনো এটা পৰামৰ্শ আপুনি গ্ৰহণ কৰক আৰু বিধিমতে ধৰ্ম, অৰ্থ আৰু কামৰ সেৱা কৰক। আসক্তিৰ কাৰণে এই ত্ৰিবৰ্গ ভোগত ব্যতিক্ৰম কৰিলে ইহকাল আৰু পৰকালত পতন ঘটে (অধোগতি হয়) ॥ ২৮ ॥

"সমগ্ৰ পুৰুষাৰ্থ ভোগৰ যদি অভিলাষ থাকে তেন্তে যি কামোপভোগে অৰ্থ আৰু ধৰ্মৰ ক্ষতিসাধন কৰে, যি অৰ্থই ধৰ্ম আৰু কামৰ পৰাজয় (হানি) ঘটায় আৰু যি



ধৰ্মই কাম আৰু অৰ্থৰ বাধা (বিনাশ) ঘটা[illegible]তাক পৰিত্যাগ কৰা উচিত ॥ ২৯ ॥

"সেইকাৰণে আপুনি (ধৰ্ম, অৰ্থ আৰু কাম [illegible]ই ত্ৰিবৰ্গৰ সেৱা কৰি আপোনাৰ এই ৰূপ সাৰ্থক [illegible]ক, মানুহৰ পক্ষে ধৰ্ম, অৰ্থ আৰু কামৰ পূৰ্ণপ্ৰাপ্তিকে পৰিপূৰ্ণ পুৰুষাৰ্থ বুলি কোৱা হয় ॥ ৩০ ॥

"সেইকাৰণে ধনুৰ্গুণ টনাৰ উপযুক্ত এই নিপোতল হাত দুখনক আপুনি অকামিলা নকৰিব, এই হাত দুখন ইহজগতত মান্ধাতাৰ দৰে তিনিও লোক জয় কৰিবলৈও সক্ষম, অকল পৃথিৱী জয় কৰাৰতো কথাই নাই ॥ ৩১ ॥

সঁচাকৈয়ে আপোনাৰ প্ৰতি মৰমৰ কাৰণেহে মই এই কথা কৈছোঁ, কোনো ঐশ্বৰ্যৰ ৰাগীত অথবা অভিমানবশতঃ কোৱা নাই। আপোনাৰ এই ভিক্ষুবেশ দেখি মোৰ দয়া উপজিছে আৰু চকুৰ পানী ওলাইছে ॥ ৩২ ॥

"আপোনাৰ এই নিজৰ বংশৰ অনুৰূপ ৰূপসম্পদ যেতিয়া-লৈকে জৰাই (বাৰ্ধক্যই) আহি আক্ৰমণ কৰি নলয়, হে ভিক্ষাশ্ৰম অভিলাষী! তেতিয়ালৈকে কামনাৰ বিষয়বিলাক উপভোগ কৰক। হে ধৰ্মপ্ৰিয়, সময় হ'লে ধৰ্মাচৰণ কৰিব ॥ ৩৩ ॥

"বুঢ়া মানুহেও ধৰ্ম উপাৰ্জন কৰিব পাৰে কিন্তু কামোপ-ভোগত বৃদ্ধ লোকৰ কোনো স্থান নাই। সেই কাৰণে ডেকা মানুহৰ পক্ষে কামোপভোগ, মধ্য বয়সৰ লোকৰ পক্ষে ধনোপাৰ্জন আৰু বুঢ়া লোকৰ পক্ষে ধৰ্ম (কৰা উচিত) বুলি কোৱা হয় ॥ ৩৪ ॥

"এই সংসাৰত যৌৱন অৱস্থা ধৰ্ম আৰু অৰ্থৰ প্ৰতিকূল। বৰ যত্নেৰে ৰক্ষা কৰিলেও যৌৱনক সংযত কৰি ৰাখিব

নোৱ[illegible] কামনাৰ বিষয়বিলাকে সেই বাটেদিয়ে (ধৰ্ম আৰু অ[illegible] সুকুণ্ডাৰেই) তাক হৰণ কৰি লৈ যায় ॥ ৩৫ ॥

[illegible]ঢ়া অৱস্থা (বুঢ়া বয়সৰ মানুহ) বিবেচনাশীল, ধীৰ ([illegible]মী) আৰু স্থিৰ ভাবাপন্ন হয়, গতিকে গত্যন্তৰ নোহোৱাৰ কাৰণে আৰু লাজৰ কাৰণে অলপ যত্নতে শান্ত-স্বভাৱপন্ন (বৈৰাগ্যশীল) হৈ উঠে ॥ ৩৬ ॥

"সেইকাৰণে চঞ্চল, বিষয়ভোগ প্ৰধান, মদান্ধ, ইন্দ্ৰিয়-পৰায়ণ, অদূৰদৰ্শী আৰু নানা প্ৰকাৰ ছল-কপটেৰে ভৰা এই যৌৱনাৱস্থা অতিক্ৰম কৰি জঙ্গল পাৰ হৈ আশ্বস্ত হোৱাৰ দৰে মানুহ আশ্বস্ত হয় ॥ ৩৭ ॥

"সেইকাৰণে এই উদ্ধত, চঞ্চল আৰু প্ৰমাদসঙ্কুল যৌৱন কালটো যাবলৈ দিয়ক। কাৰণ যৌৱন কালটোৱেই হ'ল কামৰ চিকাৰ (লক্ষ্য)। সেইকাৰণে ইন্দ্ৰিয়বিলাকৰ পৰা (ইন্দ্ৰিয়ৰূপ শৰৰ আঘাতৰপৰা) ইয়াক ৰক্ষা কৰিব নোৱাৰি ॥ ৩৮ ॥

"আৰু যদি ধৰ্মাচৰণ কৰিবলৈ আপোনাৰ একান্ত ইচ্ছা হৈছে তেন্তে যজ্ঞৰ অনুষ্ঠান কৰক, ই (যজ্ঞানুষ্ঠান) আপোনালোকৰ কুলধৰ্ম। যজ্ঞৰ অনুষ্ঠান কৰিহে ইন্দ্ৰও (ঐৰাৱত) হাতীৰ পিঠিত উঠি স্বৰ্গলৈ যাব পাৰিছিল ॥ ৩৯ ॥

"মহৰ্ষিসকলে পৰিশ্ৰম কৰি (তপস্যাৰে) যি গতি লাভ কৰিছিল হাতত সোণৰ কেয়ূৰ পিন্ধি থকা আৰু মূৰত মণি-ৰূপ প্ৰদীপেৰে (মণিৰ পোহৰেৰে) উজ্জ্বল বিচিত্ৰ মুকুট পিন্ধি থকা অৱস্থাতে (গৃহস্থ আশ্ৰমৰ যোগেদিয়ে) ৰাজৰ্ষিসকলে যজ্ঞ অনুষ্ঠানৰ দ্বাৰা সেই গতি লাভ কৰিছিল" ॥ ৪০ ॥



এইদৰে মগধপতিয়ে এই কথাবিলাক ক'লে। [illegible]কে কৈ থাকোঁতে তেওঁ (মগধপতি) ঠিক ইন্দ্ৰৰ [illegible]ৰা শোভা পাইছিল। এই কথা শুনিও সেই ৰাজপুত্ৰ [illegible]ত নহৈ অনেক বিচিত্ৰ শিখৰযুক্ত কৈলাস পৰ্বতৰ [illegible]ৰ (স্থিৰ) হৈ থাকিল ॥ ৪১ ॥

শ্ৰীমহামণ্ডলেশ্বৰৰ মন্ত্ৰী অশ্বঘোষ ৰচিত 'বুদ্ধচৰিত' মহাকাব্যৰ 'বিম্বিসাৰ সাক্ষাৎকাৰ' নামেৰে দশম সৰ্গ ইয়াতে সমাপ্ত হ'ল ॥

# একাদশ সৰ্গ
## কামনিন্দা

পৰম মিত্ৰ মগধৰাজে এনেকুৱা বিৰুদ্ধ কথা কোৱাৰ পিচতো সজ্জ বংশত জন্মা, সদাচাৰী, সেই শুদ্ধোদনৰ পুত্ৰৰ কোনো অস্থিৰতা বা অৱস্থান্তৰ ( পৰিৱৰ্তন ) নঘটিল। প্ৰকৃতিস্থভাৱেই তেওঁ এই কথা ক'লে, ॥ ১ ॥

"বিশাল চন্দ্ৰবংশত জন্মলাভ কৰা আপোনাৰ পক্ষে এনে ( যুক্তিযুক্ত ) কথা কোৱাটো একো আচৰিত নহয় ; কাৰণ, হে মিত্ৰকাম, বিশুদ্ধ ব্যৱহাৰসম্পন্ন আপোনাৰ মিত্ৰৰ সপক্ষে ( মোৰ মঙ্গলৰ অৰ্থে ) এনেকুৱা ভাব হবই ॥ ২ ॥

"কাপুৰুষৰ ওচৰত লক্ষ্মী নথকাৰ দৰে অসাধু লোকৰ লগতো কুলপৰম্পৰাগত মিত্ৰতা নাথাকে। কিন্তু পূৰ্বপুৰুষসকলে স্থাপন কৰি যোৱা মিত্ৰতাক সজ্জনসকলে পুৰুষানুক্ৰমে চলি অহা প্ৰীতিৰ দ্বাৰা বঢ়াই তোলে ॥ ৩ ॥

"এই সংসাৰত যিজন সুহৃদ লোকৰ অৰ্থকষ্টৰ সময়ত সহায়ক হয়, মোৰ বুদ্ধিৰে তেওঁকেই মিত্ৰ বুলি বুজো। কাৰণ, ভাল অৱস্থাত লোকৰ উন্নতিত সহায়ক কোন নহয়গৈ ? ॥ ৪ ॥

"এইদৰে যিসকলে জগতত ধন উপাৰ্জন কৰি ধৰ্মৰ অৰ্থে তথা মিত্ৰৰ অৰ্থে লগায় সেইসকলৰ ধন সাৰ্থক হয় আৰু অৱশেষত হাতৰপৰা ওলাই যোৱা সেই ধনে সন্তাপ দিব নোৱাৰে ॥ ৫ ॥

"হে ৰাজন, মোৰ প্ৰতি যে আপোনাৰ এই ( স্নেহপৰ্ণ ) ধাৰণা উপজিছে তাৰ কাৰণ নিশ্চয় আপোনাৰ সৌহাদ্য



আৰু সৌজন্য। এই বিষয়ে সেই সৌহাৰ্দ্যৰ ... দিয়ে মই আপোনাক অনুৰোধ জনাম ; আপোনাৰ এই ... ৰ আন উত্তৰ মই নিদিওঁ ॥ ৬ ॥

"মই জৰা আৰু মৰণৰ ভয় উপলব্ধি কৰি ত... বা মুক্তি পোৱাৰ ইচ্ছাত প্ৰথমে অশুভৰ হেতু কামক আৰু তাৰ পিচত শোকাকুল প্ৰিয়বন্ধুসকলকো পৰিত্যাগ কৰি এই ধৰ্মৰ আশ্ৰয় গ্ৰহণ কৰিছোঁ ॥ ৭ ॥

"বিষয়ৰ প্ৰতি মোৰ যিমান ভয় বিষধৰ সাপকো মই সিমান ভয় নকৰোঁ, আকাশৰপৰা পৰি যোৱা বজ্ৰক অথবা বতাহে বলি থকা অৱস্থাৰ জুইকো সিমান ভয় নকৰোঁ ॥ ৮ ॥

"কামোপভোগৰ বিষয়বিলাক অনিত্য, সেইবোৰে মানুহৰ কল্যাণৰূপ অৰ্থ ( সুখ-শান্তি ) অপহৰণ কৰে, আচলতে তাত একো নাই ; সি মায়াৰ নিচিনা মিছা, এই জগতত সেইবোৰে যাৰ অন্তৰত বাহ লয় তাৰতো কথাই নাই যি মানুহে তাক পাবলৈ আশা কৰে সেই মানুহৰো মন মোহিত কৰি পেলায় ॥ ৯ ॥

"হায় ! কামৰ বশীভূত লোকে মৰ্ত্যলোকততো কথাই নাই স্বৰ্গতো সুখ-শান্তি নাপায়। যিদৰে জুইত খৰি দিয়া যায় মানে তাৰ দ্বাৰা ( জুই ) তৃপ্তি ( উপশম ) নহয়, সেই দৰে কামতৃষ্ণাত পৰা লোকেও কামোপভোগৰ দ্বাৰা তৃপ্তি ( শান্তি ) নাপায় ॥ ১০ ॥

"জগতত কামৰ দৰে বিপজ্জনক একোৱে নাই, কিন্তু প্ৰাণীবিলাক মোহবশতঃ ( অজ্ঞানবশতঃ ) সেই কামতে আসক্ত হয়। তাৰ তত্ত্ব ( সেই কামৰ ৰহস্য ) বুজি পোৱা, বিপদক ভয় কৰা কোন জ্ঞানী লোকে সেই অনৰ্থৰ প্ৰতি অভিলাষ কৰিব ? ॥ ১১ ॥

“[illegible]ৰীত আসমুদ্ৰ ৰাজ্য লাভ কৰিও মানুহে মহা-সমু[illegible] সিপাৰ জয় কৰি লবলৈ ইচ্ছা কৰে ; গতিকে ( [illegible] নদীবে আহি ) পানী পৰি থকা সত্ত্বেও যিদৰে সমু[illegible] পৰিতৃপ্ত নহয় সেইদৰে কামোপভোগৰ দ্বাৰাও মানুহে তৃপ্তি নাপায় ॥ ১২ ॥

“ৰজা মান্ধাতাৰ ৰাজ্যত দেৱতাসকলে সোণ বৰষিছিল, সমগ্ৰ চাৰিটা দ্বীপতে তেওঁৰ আধিপত্য আছিল, তদুপৰি ইন্দ্ৰৰ আসনৰো তেওঁ আধা অংশ লাভ কৰিছিল। তথাপি ৰজা মান্ধাতা বিষয় ভোগত পৰিতৃপ্ত হোৱা নাছিল ॥ ১৩ ॥

“বৃত্ৰাসুৰৰ ভয়ত যেতিয়া ইন্দ্ৰ স্বৰ্গৰাজ্যচ্যুত হৈ পৰিছিল তেতিয়া স্বৰ্গত দেৱতাসকলৰ ওপৰত ৰাজত্ব ভোগ কৰিও কামোপভোগত তৃপ্তি লাভ কৰিব নোৱাৰি ৰজা নহুষে দৰ্পবশতঃ মহৰ্ষিসকলকো নিজৰ দোলা কঢ়িয়াবলৈ দিছিল আৰু তাৰ কাৰণে তেওঁৰ পতন ঘটিছিল ॥ ১৪ ॥

“সেইদৰে ইড়াৰ পুত্ৰ ৰজা পুৰুৰবাই স্বৰ্গলৈ গৈ সেই ( বিখ্যাত অপেস্বৰী ) দেৱী উৰ্বশীক বশ কৰিবলৈয়ো লোভবশতঃ ঋষিসকলৰ সোণ চুৰ কৰি আনিবলৈ ইচ্ছা কৰিছিল আৰু ( এনেকৈ ) বিষয় ভোগত তৃপ্তিলাভ নকৰাৰ কাৰণেই বিনাশপ্ৰাপ্ত হৈছিল ॥ ১৫ ॥

“যিবিলাক ভোগৰ বিষয় বলিৰ হাতৰপৰা মহেন্দ্ৰৰ হাতলৈ গৈছিল, মহেন্দ্ৰৰ পৰা নহুষৰ হাতলৈ গৈছিল আৰু নহুষৰপৰা পুনঃ ইন্দ্ৰৰ হস্তগত হৈছিল, ভাগ্যসমূহক বিক্ষিপ্ত কৰি তোলা ( ভাগ্যৰ পৰিৱৰ্তন ঘটাই থকা ) সেই বিষয়-বোৰত স্বৰ্গতে হওক বা পৃথিৱীতে হওক কোনে বিশ্বাস কৰিব ? ॥ ১৬ ॥



“গছৰ বাকলি পিন্ধা, ফল-মূল-জলাহাৰী, সাপৰ [illegible]চিনা দীঘল জঁটাধাৰী, তপস্যাৰ বাহিৰে যাৰ আন এ[illegible] নাই এনেকুৱা মুনিবিলাকৰো মন যিবিলাকে চুৰমাৰ [illegible] সেই কাম নামৰ শত্ৰুবিলাকক কোনে বিচাৰে ? ॥ ১৭ ॥

“যি বিষয়ৰ কাৰণে তীক্ষ্ণ অস্ত্ৰধাৰী উগ্ৰায়ুধ ৰজা ভীষ্মৰ দ্বাৰা নিহত হৈছিল সেই কামৰ বিষয়ে কৰা অমঙ্গলীয়া চিন্তাও সদাচাৰী লোকৰেই সৰ্বনাশৰ কাৰণ হয়, অসংযমী লোকৰতো কথাই নাই ॥ ১৮ ॥

“বিষয়ভোগত সোৱাদ ( সুখ ) অলপ, কিন্তু বন্ধন ( আসক্তি ) বেছি, তৃপ্তি মুঠেই নাই, অথচ সজ্জনৰপৰা গৰিহণা পোৱা যায়। তদুপৰি পাপ অৱশ্যম্ভাৱী—ইয়াকে জানিও কোন মানুহে কাম নামৰ বিষ গ্ৰহণ কৰিব ? ॥ ১৯ ॥

“কৃষি আদি কৰ্মৰ দ্বাৰা প্ৰপীড়িত কামপৰায়ণ মানুহৰ দুখ দেখি আৰু কামৰ প্ৰতি তৃষ্ণা নথকা, অনাসক্ত লোকৰ সুখময় অৱস্থা দেখি আত্মজ্ঞানী লোকে কামোপভোগ পৰিত্যাগ কৰা ভাল ॥ ২০ ॥

“কামাসক্ত পুৰুষৰ ক্ষেত্ৰত কাম উপভোগৰ সামগ্ৰী-বিলাক বিপদ স্বৰূপ বুলি বুজিব লাগে। কাৰণ, কাম উপভোগ সিদ্ধ হলে মানুহ মতলীয়া হয়, মদান্ধ মানুহে অকাৰ্য কৰে, কিন্তু সৎকাৰ্য কৰিব নোৱাৰে আৰু তাৰ কাৰণে সি নিষ্পেষিত হৈ দুৰ্গতিত পৰে ॥ ২১ ॥

“যত্নেৰে উপাৰ্জন কৰা আৰু ৰক্ষা কৰা সত্ত্বেও যি কামোপভোগৰ বস্তুবোৰে মানুহক প্ৰৱঞ্চনা কৰি আকৌ গুচি যায়, সেই জগতত মগনীয়াই খুজি অনা বস্তুৰ নিচিনা এই বস্তুবোৰ কোন সংযমী জ্ঞানীলোকে ভাল পাব ? ॥ ২২ ॥

...ৰ কাৰণে লালায়িত হৈ বিচাৰি আনি লোৱাৰ পি... যি বিষয়ক পৰিত্যাগ নকৰালৈকে দুখ ভুগিবলগাত প... সুখ লাভ কৰিব নোৱাৰি, সংসাৰত তেনেকুৱা শুকান হে... জোবৰ জুইৰ নিচিনা বিষয়বিলাকত কোন আত্মজ্ঞ লোকৰ ৰতি উপজিব ? ॥ ২৩ ॥

"যি (বিষয়) বিলাকে হৃদয়ত দংশন কৰা হেতুকে অজ্ঞানী মানুহ বিনাশপ্ৰাপ্ত হয় আৰু শান্তিলাভ কৰিব নোৱাৰে সেই ভয়ানক খঙাল সাপৰ নিচিনা সেই বিষয়ৰ প্ৰতি কোন আত্মসংযমী লোকৰ ৰতি উপজিব ? ॥ ২৪ ॥

"যিদৰে ভোকাতুৰ কুকুৰে হাড় চোবাই চোবাই তৃপ্তি লাভ কৰিব নোৱাৰে সেইদৰে যি (বিষয়) বিলাকক ভোগ কৰি কৰিও তৃপ্তিলাভ কৰিব নোৱাৰি সেই পুৰণি হাড়ৰ জকাৰ নিচিনা বিষয়বোৰৰ প্ৰতি কোন বিদ্বান লোকৰ ৰুচি হ'ব ? ॥ ২৫ ॥

"যি (বিষয়) বিলাকে ৰজা-চোৰ আৰু জুই-পানীৰ লগত উমৈহতীয়া (সম্পত্তি) হৈ থাকি মানুহৰ দুখ উৎপন্ন কৰে, সেই অপৱিত্ৰ পেলনীয়া মাংসৰ টুকুৰাৰ নিচিনা কামত কোন আত্মজ্ঞানী লোকৰ ৰতি হ'ব পাৰে ? ॥ ২৬ ॥

"যি (বিষয়) বিলাকৰ অধীনত থকা মানুহৰ দুইপিনৰ পৰা,—শত্ৰুৰপৰা তথা বন্ধুবান্ধৱৰ পৰাও বিপদ আছে সেই বধ্যভূমিৰ নিচিনা বিষয়বোৰত কোন আত্মজ্ঞ লোকৰ প্ৰীতি উপজিব ? ॥ ২৭ ॥

"যি (বিষয়) বিলাকৰ উদ্দেশ্য (লাভৰ আশাত) পৰ্বত-পাহাৰ, হাবি-বনন তথা নৈ-সাগৰ পাৰ হবলৈ গৈও অকৃতকাৰ্য হবলগীয়া হয় সেই গছৰ আগত থকা ফলৰ নিচিনা বিষয়বোৰত কোন আত্মসংযমী লোকৰ ৰতি উপজিব ? ॥ ২৮ ॥



"যি (বিষয়) বিলাক নানা প্ৰকাৰ কঠোৰ ...যত্নৰ দ্বাৰাহে উপাৰ্জন কৰিব পাৰি অথচ ক্ষন্তেকতে ...হৈ যায় সেই সপোনৰ উপভোগৰ নিচিনা বিষয়ৰ প্ৰতি ...নন জ্ঞানীলোকৰ ৰুচি হ'ব পাৰে ? ॥ ২৯ ॥

"যাক উপাৰ্জন কৰি, ডাঙৰ-দীঘল কৰি আৰু ৰক্ষনাবেক্ষন কৰিও সুখ পোৱা নাযায় সেই এঙাৰৰ আঙঠাৰ নিচিনা বিষয়ত কোন জ্ঞানী লোকৰ আসক্তি (ৰতি) উপজিব ? ॥ ৩০ ॥

"যাৰ নিমিত্তে কুৰু, বৃষ্ণি, অন্ধক, মেখল আৰু দণ্ডক কুলৰ লোকসকলৰ বিনাশ ঘটিছিল সেই কসাইখানাৰ দা আৰু কাঠৰ নিচনা কামবিষয়ত কোন জ্ঞানী লোকৰ ৰতি হ'ব পাৰে ? ॥ ৩১ ॥

"যি কামোপভোগৰ কাৰণে সুন্দ আৰু উপসুন্দ—এই অসুৰ দুজনৰ পৰস্পৰৰ ভিতৰতে শত্ৰুতাৰ সৃষ্টি হোৱাত দুয়োজন বিনাশপ্ৰাপ্ত হৈছিল সেই সৌহাৰ্দ্যৰ বিচ্ছেদকাৰক কামত কোন আত্মসংযমী লোকৰ ৰতি (ৰুচি) হ'ব পাৰে ? ॥ ৩২ ॥

"যি (বিষয়) বিলাকৰ কাৰণে এই জগতত প্ৰাণীয়ে পানীত, জুইত নাইবা মাংসাহাৰী হিংস্ৰ জন্তুৰ আগত পৰি আত্মজাহ দিয়ে সেই শত্ৰুৰ তুল্য অমঙ্গলীয়া কামত কোন আত্মজ্ঞানী লোকৰ ৰতি হ'ব পাৰে ? ॥ ৩৩ ॥

"অজ্ঞানী পুৰুষে বিষয়ভোগৰ নিমিত্তে নীচ কাম কৰে, মৰা পৰে আৰু বন্দী হৈ দুখ ভোগ কৰে। এই দুৰ্ভগীয়া জীৱবিলাকে কামৰ নিমিত্তেই লালায়িত আৰু দীনহীন হৈ ক্ষয় পায় আৰু মৃত্যুবৰণ কৰে ॥ ৩৪ ॥

...তৰ দ্বাৰাই হৰিণক বধ কৰিবৰ কাৰণে ওচৰ চপাই অ... য়, ৰূপৰ নিমিত্তে পতঙ্গবিলাক জুইত পৰেগৈ, ম... (টোপৰ) লোভত মাছে বৰশী গিলে। গতিকে বি...বিলাকে বিপদহে ঘটায় ॥ ৩৫ ॥

"বিষয়বোৰ (সুখ) ভোগৰ উপায় (সামগ্ৰী) বুলি বোধ হয়, আচলতে তাত (সুখ) ভোগ বুলি গণ্য কৰিবলগীয়া একোৱে নাই। এই পৃথিৱীত বস্ত্ৰ আদি দ্ৰব্য গুণবিলাক দুখৰ প্ৰতিকাৰ বুলিহে বুজিব লাগে ॥ ৩৬ ॥

"পিয়াহ গুচাবৰ কাৰণে পানী লাগে, সেইদৰে ভোক দূৰ কৰিবলৈ আহাৰ খোৱাৰ আৱশ্যক; বতাহ, ৰ'দ-বৰষুণৰ হাত সাৰিবৰ অৰ্থে ঘৰ লাগে, শীত নিবাৰণ আৰু কৌপীন পিন্ধিবৰ কাৰণে কাপোৰ লাগে ॥ ৩৭ ॥

"সেইদৰে টোপনিৰ যাতে ব্যাঘাত নহয় তাৰ কাৰণে বিছনা লাগে, বাটবুলাৰ পথশ্ৰমৰ হাত সাৰিবলৈ যান-বাহনৰ আৱশ্যক, থিয় দি থকা কষ্ট নিবাৰণৰ অৰ্থে আসন আৰু শৰীৰৰ পৰিষ্কাৰ-পৰিচ্ছন্নতা, আৰোগ্য আৰু বলবৃদ্ধিৰ অৰ্থে স্নানৰ প্ৰয়োজন ॥ ৩৮ ॥

"গতিকে বিষয়ভোগবিলাক প্ৰাণীৰ দুখ প্ৰতিকাৰৰ উপায় স্বৰূপহে, ভোগস্বৰূপ (সুখৰ সাধন) নহয়। দুঃখৰ প্ৰতিকাৰ সাধনত প্ৰবৃত্ত হৈ কোন জ্ঞানীলোকে 'মই ভোগ কৰিছোঁ' বুলি মানি ল'ব ? ॥ ৩৯ ॥

যিয়ে পিত্তজ্বৰৰ পোৰণিত শীতক্ৰিয়া কৰি তাকে (সুখ) ভোগ বুলি মানি লয়, সিয়েহে দুঃখৰ প্ৰতিকাৰৰ অৰ্থে প্ৰবৃত্ত হৈ বিষয়বিলাকক ভোগ নাম দিয়ে ॥ ৪০ ॥



"যিহেতুকে কামত ভোগৰ (সুখৰ) কামনা ...পূৰ্ণ বিষয়বোৰৰ স্থিৰতা নাই সেইকাৰণেও মোৰ মতে সে... ভোগ নামেৰে অভিহিত কৰিব নোৱাৰি। কাৰণ, যি... বস্তুৱে সুখ দিয়ে সেইবিলাকেই আকৌ দুখো দিয়ে ॥ ৪১ ॥

"মোটা কাপোৰ আৰু অগুৰু (ধূনা) শীতকালত সুখ-দায়ক, কিন্তু গ্ৰীষ্মকালত দুখদায়ক হয়; চন্দ্ৰৰশ্মি আৰু চন্দন গৰমকালিহে সুখদায়ক, জাৰকালি দুখদায়ক হয় ॥ ৪২ ।

"জগতত লোকচান-লাভ আদি দ্বন্দ্ববিলাক (যোৰা যোৰাকৈ থকা অৱস্থাবোৰ) সকলো প্ৰাণীৰে লগত জড়িত হৈ আছে কাৰণে একান্তভাৱে সুখী (অকল সুখী) বা একান্তভাৱে (অকল) দুখীলোক পৃথিৱীত কোনো নাই ॥ ৪৩ ॥

"সুখ আৰু দুখ মিহলি হৈ থকা দেখি মই ৰাজত্ব আৰু দাসত্ব একে সমান বুলি ভাবোঁ; ৰজায়ো সদায় যে (আনন্দত) হাঁহিয়ে থাকে এনে নহয় আৰু দাসেও অনবৰতে যে (দুখত) সন্তাপিত হৈয়ে থাকে এনেও নহয় ॥ ৪৪ ॥

"দাসত্বতকৈ ৰাজত্বৰ হুকুম দিয়াৰ অধিকাৰটো বেছি (বিশেষ) বুলি যদি কোৱা হয় তেন্তে (মই কওঁ) সেই-কাৰণেইতো ৰজাৰ দুখ দাসতকৈও বহুত বেছি; ভেজা দিয়া (খৰি ফলাৰ সময়ত তলত দিয়া) কাঠৰদৰে লোকৰ কাৰণেই ৰজাই কষ্ট পায় ॥ ৪৫ ॥

"ৰাজত্বৰ স্বভাৱেই হ'ল ত্যাগ কৰা, অথচ তাৰ (ৰাজত্বৰ) শত্ৰুও বহুত হয়। সেই ৰাজ্যক লৈ যদি ৰজা নিশ্চিত হয় তেন্তে তেওঁ বিপদত পৰিব আৰু যদি আশ্বস্ত নহয় তেন্তে অনবৰতে ভয়চকিত হৈ থাকিব লগা অৱস্থাত সেই ৰজাৰ কি সুখ হব ? ॥ ৪৬ ॥

[illegible]মগ্র পৃথিৱী জয় কৰি ললেও নিজৰ বাসৰ ( অৱ- স[illegible] অৰ্থে এখন মাত্ৰ নগৰহে লোৱা দেখা যায়, তাৰ [illegible]তো এটাহে ঘৰ তেওঁ ব্যৱহাৰ কৰিব পাৰে। গতিকে ৰা[illegible]ত্ব আচলতে আনৰ অৰ্থে পৰিশ্ৰমহে ( আন একো নহয় ) ॥ ৪৭ ॥

"ৰজাৰ কাপোৰ এযোৰাই, সেইদৰে ক্ষুধা নিবাৰণৰ অৰ্থে খাদ্যৰ পৰিমাণো ( আনৰ যিমান ) সিমানেই, বিছনাও এখন, আসনো এখন। ইয়াতকৈ অতিৰিক্ত যিবোৰ ব্যৱহাৰ কৰে সেই সকলোবোৰ ৰজাৰ অহঙ্কাৰৰহে কাৰণ হয় ॥ ৪৮ ॥

"আৰু যদি সন্তোষৰ অৰ্থেই এই ফল ( ৰাজ্য ) অভি- লষিত হয় তেন্তে ৰাজ্য নোহোৱাকৈয়ে মোৰ সন্তোষ আছে। মানুহৰ সন্তুষ্টি থাকিলে সংসাৰত সকলো বিশেষত্বই নিৰৰ্থক হৈ পৰে ॥ ৪৯ ॥

"সেইকাৰণে মই মঙ্গলময় সুগম পথ লৈছোঁ, বিষয়- ভোগৰ প্ৰলোভন দেখুৱাই মোক প্ৰতাৰণা ( পথভ্ৰষ্ট ) কৰিব নোৱাৰে। আপুনি ( আমাৰ লগত আপোনাৰ ) সৌহাৰ্দ্যৰ কথা স্মৰণ কৰি 'তুমি অৱশ্যে প্ৰতিজ্ঞা পালন কৰা' এইবুলিহে মোক বাৰম্বাৰ কওক ( উৎসাহ দিয়ক ) ॥ ৫০ ॥

"মই খং কৰি বনলৈ অহা নাই, নাইবা শত্ৰুৰ শৰে মোৰ ৰাজমুকুট কঁপাই তোলা কাৰণেও অহা নাই, অথবা কিবা অধিক ফল লাভৰ আশা কৰিও অহা নাই। সেই কাৰণে মই আপোনাৰ এই কথা মানি লব নোৱাৰিলোঁ ॥ ৫১ ॥

"যেয়ে দংশন কৰিবলৈ অহা খঙাল সাপক ধৰি এৰি দি আকৌ ধৰিবলৈ অথবা জ্বলি থকা দাহাত্মক খেৰৰ



জোৰৰ জুইক পেলাই দি আকৌ লবলৈ ইচ্ছা ক[illegible]সেই মানুহেহে কামক ( কামোপভোগৰ বিষয়বিলাকক ) [illegible]গ কৰি আকৌ গ্ৰহণ কৰিব পাৰে ॥ ৫২ ॥

"যি দৃষ্টিমান লোকে অন্ধ হবলৈ, মুক্তি হৈ থকা লোকে বন্দী হবলৈ ( বান্ধত পৰিবলৈ ), আঢ্যৱন্ত ( ধনী ) লোকে নিৰ্ধন ( দৰিদ্ৰ ) হবলৈ অথবা যি সুস্থ চিত্তৰ লোক উন্মত্ত হবলৈ ইচ্ছা কৰে সেয়েহে বিষয়ভোগত আসক্ত হবলৈ ইচ্ছা কৰিব পাৰে ॥ ৫৩ ॥

"ভিক্ষা কৰি খায় বুলিয়ে মানুহ অনুকম্পাৰ পাত্ৰ নহয়, জৰা আৰু মৃত্যুৰ ভয় অতিক্ৰম কৰিব খোজাৰ কাৰণে তেওঁক কৃতীলোকহে বুলিব লাগে। কাৰণ, সেই মানুহৰ ইহকালত উত্তম সুখ-শান্তি লাভ হয় আৰু পৰকালত দুখৰ পথ বন্ধ হয় ॥ ৫৪ ॥

"অতুল সম্পত্তিৰ অধিকাৰী হৈয়ো যিজন কামনাৰ বশীভূত তেওঁহে পুতৌৰ পাত্ৰ ; তেনে লোকে ইহকালত সুখ-শান্তি নাপায় আৰু পৰকালতো তেওঁ দুখৰ কবলত পৰে ॥ ৫৫ ॥

"আপুনি যি কৈছে সেই কথা আপোনাৰ ( উন্নত ) স্বভাৱ চৰিত্ৰ আৰু বংশৰ উপযুক্ত হৈছে আৰু মোৰো এই প্ৰতিজ্ঞা পালন কৰাটো মোৰ স্বভাৱ, চৰিত্ৰ আৰু বংশৰ উপযুক্ত কাৰ্য ॥ ৫৬ ॥

"মই সংসাৰৰূপ শৰৰ দ্বাৰা বিদ্ধ হৈ তাৰপৰা শান্তি- লাভৰ ইচ্ছাৰে বাহিৰ ওলাই আহিছোঁ। সেইকাৰণে মই মনুষ্য লোকৰতো কথাই নাই আনকি স্বৰ্গলোকতো নিষ্কণ্টক ৰাজ্য পাবলৈ ইচ্ছা নকৰোঁ ॥ ৫৭ ॥

"হে ৰাজন্, আপুনি যে সমগ্ৰভাৱে ধৰ্ম, অৰ্থ আৰু কাম—এই ত্ৰিবৰ্গৰ সেৱা ( ভোগ ) কৰাটোৱে মানুহৰ

পৰম (পৰম পুৰুষাৰ্থ) বুলি মোক কৈছে, মই হলে ইয় এই ত্ৰিবৰ্গ সেৱাত) বিপদহে দেখা পাইছো। কা ত্ৰিবৰ্গ বিনাশশীল অথচ তৃপ্তিদায়কো নহয় ॥ ৫৮ ॥

যি পদত (লোকত) বাৰ্ধক্য নাই, ভয় নাই, ৰোগ নাই, জন্ম নাই, মৃত্যু নাই আৰু কোনো দুখবেদনা নাই আৰু য'ত পুনঃ পুনঃ কৰ্ম কৰিবলগীয়া নহয় তাকেই মই উত্তম পুৰুষাৰ্থ বুলি মানো॥ ৫৯ ॥

"আপুনি যে মোক কৈছে "বুঢ়া অৱস্থালৈ অপেক্ষা কৰা, যৌৱন অৱস্থাত বিকাৰ (পৰিৱৰ্তন) ঘটে" এই কথাও নিশ্চিত নহয়; কাৰণ এনে (দৃষ্টান্ত) বহুত দেখা গৈছে যে জৰা (বুঢ়া) অৱস্থাতো মানুহ অধৈৰ্য আৰু যৌৱন অৱস্থাতো ধীৰ হয় ॥ ৬০ ॥

"নিজৰ কামত সুদক্ষ যমৰজাই যিকোনো বয়স বা অৱস্থাতে জগতখনক বলেৰে টানি আছে; মৃত্যুৰ সময়ৰ কোনো নিশ্চয়তা নাই। এনে অৱস্থাত নিজৰ মঙ্গলকামী জ্ঞানী লোকে কেনেকৈ (ধৰ্মাচৰণৰ অৰ্থে) বুঢ়া অৱস্থালৈ বাট চাই ৰৈ থাকিব ? ॥ ৬১ ॥

"যি অৱস্থাত জৰাৰূপ ধনুৰ্ধাৰী, ব্যাধিৰূপ শৰ প্ৰহাৰ-কাৰী, অন্তক (যম) ভাগ্যৰূপ বনক আশ্ৰয় কৰি থকা প্ৰাণীৰূপ পহুবিলাকক মাৰিবলৈ অমঙ্গলীয়া ব্যাধৰ দৰে (খাপ লৈ) ৰৈ আছে সেই অৱস্থাত বয়স বেছি হোৱালৈ বাট চাই থকাৰ অভিপ্ৰায় কি ? ॥ ৬২ ॥

"সেইকাৰণে যুৱকেই হওক বা বুঢ়াই হওক অথবা শিশুই হওক যিকোনো লোকে অবিলম্বে তেনেকুৱা কৰিব লাগে যাতে মনত ধৰ্মাত্মা আৰু সংযমী লোকৰ অভিলষিত প্ৰবৃত্তি (ধৰ্মাচৰণৰ ইচ্ছা) অথবা একেবাৰে নিবৃত্তি (তীব্ৰ বৈৰাগ্য) ওপজে॥ ৬৩।



"আপুনি যে 'যিটোৰপৰা অভীষ্ট ফল অৱশ্যে পোৱা যায় সেই কুলোচিত যজ্ঞানুষ্ঠানকে ধৰ্মৰ অৰ্থে কৰা লি কলে; সেই যজ্ঞৰ প্ৰতি (দূৰৰপৰাই) নমস্কাৰ। নৰ দুখজনক ক্ৰিয়াৰ দ্বাৰা যি সুখ পাবলৈ ইচ্ছা কৰা হয় সেই সুখ মোক নালাগে ॥ ৬৪ ॥

"সকৰুণ চিত্ত (দয়ালু) সজ্জনৰ পক্ষে অভীষ্ট ফল লাভৰ ইচ্ছাৰে আন অসহায় প্ৰাণী এটাক বধ কৰাটো সমুচিত নহয়। যজ্ঞৰ ফল যদি নিত্যও হয় থাপি যিটো ক্ষয়াত্মক (অৰ্থাৎ আনৰ ক্ষতি সাধন কৰাটোৱে যিটোৰ স্বভাৱ) তেনেকুৱা কৰ্ম কৰিলে কি হয় ? ॥ ৬৫ ॥

"যদি হিংসা ভিন্ন আন উপায়ে, ব্ৰতৰ দ্বাৰা, সদাচাৰৰ দ্বাৰা অথবা মন সংযমৰ দ্বাৰা ধৰ্মলাভ নহয়ো তথাপি যি যজ্ঞত আনক বধ কৰিলেহে ফল লাভ হয় বুলি কোৱা হৈছে সেই যজ্ঞৰ অনুষ্ঠান কৰা উচিত নহয় ॥ ৬৬

"ইহলোকত থকা অৱস্থাতো পৰহিংসাৰপৰা মানুহৰ যি সুখলাভ ঘটে তাকো দয়ালু বুদ্ধিমান লোকে অনিষ্ট বুলি ভাবে, জন্মান্তৰত কি হব তাকতো দেখাই নেযায় ॥ ৬৭ ॥

"হে ৰাজন্, সংসাৰত মোৰ মন নবহে (মনৰ সন্তোষ নহয়) গতিকে ফল ভোগত (বিষয় ভোগত) প্ৰবৃত্ত হবৰ কাৰণে মোক প্ৰলোভিত নকৰিব, বিষয় ভোগৰ প্ৰবৃত্তিবোৰ সকলোৰে আছে কিন্তু সেইবোৰ বৰষুণ পৰি চঞ্চল হৈ উঠা লতাৰ দৰে অস্থিৰ ॥ ৬৮ ॥

"মই ইয়ালৈ আহিছিলোঁ। ইয়াৰপৰা আজিয়েই অত্যন্ত মোক্ষবাদী, অৰাড মুনিক দেখা কৰিবলৈ যাম। হে নৃপতি, আপোনাৰ মঙ্গল হওক, মোৰ সত্য অথচ নিষ্ঠুৰ কথাৰ কাৰণে ক্ষমা কৰিব ॥ ৬৯ ॥

...জন্, আপুনি স্বৰ্গত ইন্দ্ৰৰ দৰে ( প্ৰজা ) পালন কৰক সূৰ্য... নিচিনাকৈ সৰ্বদাই দীপ্তিমান হৈ থাকক, গুণেৰে এই জগতত নিজৰ মঙ্গল আহৰণ কৰক, পৃথিৱী পালন কৰক, সজ্জনসকলৰ লগতে নিজৰ জীৱন ৰক্ষা কৰক, সচ্চৰিত্ৰ পুত্ৰ-বিলাকক লালন-পালন কৰক, ৰাজলক্ষ্মীক ৰক্ষা কৰক আৰু নিজৰ ধৰ্ম ৰক্ষা কৰক ॥ ৭০ ॥

"শীতত শক্ৰস্বৰূপ জুইৰ ধোঁৱাৰপৰা উৎপন্ন হোৱা মেঘে বৰষুণ দিয়াৰ পিচত চৰায়ে ( দ্বিজ ) নিজৰ ডেউকা প্ৰসাৰিত কৰি উৰি যোৱাৰ দৰে, ( আৰু ) সূৰ্যই নিজৰ প্ৰভাৱে অন্ধকাৰ বিনাশ কৰাৰ নিচিনাকৈ আপুনিও জ্ঞান জেউতিৰে অজ্ঞান অন্ধকাৰ বিনাশ কৰি মনক মুক্ত কৰক আৰু আগ-বাঢ়ি যাওক" ॥ ৭১ ॥

ৰজাই বৰ শ্ৰদ্ধাৰে হাতযোৰ কৰি ক'লে, "আপুনি আপোনাৰ যি অভীষ্ট ( মনৰ বাঞ্ছিত ) ফল তাক নিৰ্বিঘ্নে লাভ কৰক ; যথা সময়ত আপোনাৰ এই আৰম্ভ কৰা কামত কৃতকাৰ্যতা লাভ কৰাৰ পিচত মোৰ প্ৰতিও আপুনি অনুগ্ৰহ কৰে যেন" ॥ ৭২ ॥

"সেয়ে হব" বুলি ৰজাৰ ওচৰত দৃঢ়ভাৱে অঙ্গীকাৰ কৰি তাৰপৰা তেওঁ বৈশ্বন্তৰ আশ্ৰমলৈ গ'ল আৰু তেওঁৰ পৰি-ব্ৰাজক ৰূপ দেখি বিস্মিত ( আচৰিত ) হৈ ৰজায়ো গিৰিব্ৰজ ( ৰাজগৃহ ) নগৰলৈ ফিৰি গ'ল ॥ ৭৩ ॥

শ্ৰীমহামণ্ডলেশ্বৰৰ মন্ত্ৰী অশ্বঘোষকৃত 'বুদ্ধচৰিত' মহাকাব্যৰ 'কামনিন্দা' নামেৰে একাদশ সৰ্গৰ ইয়াতে অন্ত পৰিল ॥

# দ্বাদশ সৰ্গ

## অৰাডৰ সাক্ষাৎ লাভ

তাৰপৰা সেই ইক্ষ্বাকু কুলৰ চন্দ্ৰস্বৰূপ ৰাজকুমাৰে বৈৰাগ্যত ৰত হৈ থকা অৰাড মুনিৰ আশ্ৰম পালেগৈ। তেতিয়া তেওঁৰ শৰীৰৰ প্ৰভাই যেন সেই আশ্ৰমখন ভৰপূৰ কৰি তুলিলে ॥ ১ ॥

কালায়ন গোত্ৰৰ সেই মুনিয়ে তেওঁক দূৰৈৰপৰা দেখিয়ে উচ্চস্বৰে "স্বাগতম্" বুলি সম্ভাষণ জনোৱাত তেওঁ তেওঁৰ ( অৰাডমুনিৰ ) ওচৰত উপস্থিত হ'ল ॥ ২ ॥

তেওঁলোক দুয়োজনে যথাবিধি ইজনে সিজনক পৰস্পৰৰ শাৰীৰিক মঙ্গল-বাতৰি সুধিলে আৰু দুয়োজনে পৰিষ্কাৰ-পৰিচ্ছন্ন ঠাইত কাঠৰ পীৰাৰ ওপৰত পাৰি থোৱা পৱিত্ৰ কুশাসনত বহিল ॥ ৩ ॥

ৰাজকুমাৰে আসন লোৱাৰ পিচত সেই শ্ৰেষ্ঠ নিজনাই শ্ৰদ্ধাত বিকশিত হৈ উঠা চকুহালেৰে কুমাৰৰ ৰূপমাধুৰী পান কৰি কৰি তেওঁক ক'বলৈ ধৰিলে, ॥ ৪ ॥

"হে সৌম্য, মই জানিছো, মদমত্ত হাতীয়ে বান্ধ ছিঙি অহাৰ দৰে তুমি স্নেহময় ( মৰমৰ ) বান্ধ ছিঙি বাহিৰ ওলাই আহিছা ॥ ৫ ॥

"তুমি বিহফলৰ লতাৰ নিচিনা ৰাজশ্ৰীক পৰিত্যাগ কৰি গুচি আহিছা, তোমাৰ মন সৰ্বতোভাৱে ধৈৰ্যশীল আৰু প্ৰজ্ঞাসম্পন্ন ॥ ৬ ॥

ঢা বয়সত যে ৰজাবিলাকে নিজৰ উপভোগৰ পিচত উচ্ছি (বাহিৰ হোৱা) মালাৰ নিচিনা ৰাজশ্ৰীক সন্তানৰ হাতত অৰ্পণ কৰি বনলৈ যায়, সেইটো একো আচৰিত কথা নহয় ॥ ৭ ॥

"কিন্তু মই ইয়াতে আচৰিত মানিছোঁ, তুমি যে এই নবীন বয়সত বিষয়ভোগৰ উপযুক্ত পৰিবেশত থাকিও ৰাজশ্ৰীক উপভোগ নকৰাকৈয়ে গুচি আহিছা" ॥ ৮ ॥

"সেইকাৰণে তুমি এই পৰম ধৰ্ম জানিবৰ উপযুক্ত পাত্ৰ, জ্ঞানৰূপ ভেলত (ভূৰত) উঠি সোনকালে (অবিলম্বে) দুখ-সমুদ্ৰ পাৰ হব পাৰিবা ॥ ৯ ॥

"যদিও (নিয়মমতে) শিষ্যক (ভালকৈ পৰীক্ষা কৰি) জানি লোৱাৰ পিচতহে যথাসময়ত শাস্ত্ৰৰ উপদেশ দিয়া হয় তথাপি তোমাৰ গাম্ভীৰ্য আৰু উদ্যোগ দেখি মই তোমাক পৰীক্ষা নকৰোঁ" ॥ ১০ ॥

নৰশ্ৰেষ্ঠ ৰাজকুমাৰে অৰাডৰ এই কথা শুনি পৰম প্ৰীতিলাভ কৰিলে আৰু তাৰ উত্তৰত ক'লে, ॥ ১১ ॥

"আপুনি সংসাৰবিৰাগী হৈয়ো মোৰ প্ৰতি যে এনেকুৱা পৰম সুপ্ৰসন্ন হৈছে (অনুগ্ৰহ কৰিছে) ইয়াৰদ্বাৰা মই (এতিয়ালৈকে) অকৃতকাৰ্য হৈ আছোঁ যদিও কৃতকাৰ্য হোৱা যেন পাইছোঁ ॥ ১২ ॥

"চকুৰে চাব খোজা লোকে পোহৰ যেনে পায়, বাটৰুৱা লোকে পথ-প্ৰদৰ্শকক যেনে পায়, আৰু নদী পাৰ হব খোজা মানুহে নাৱক যেনে বুলি ভাবে আপোনাৰ দৰ্শন লাভো মই তেনেকুৱা বুলি ভাবিছোঁ ॥ ১৩ ॥

"সেইকাৰণে যদি প্ৰকাশৰ যোগ্য বুলি ভাবে তেনেহলে অনুগ্ৰহ কৰি কওক কি প্ৰকাৰে এই মানুহজনে জৰা, মৰণ



আৰু ৰোগৰপৰা মুক্ত হব পাৰে (অৰ্থাৎ, মই কি উপায়েৰে জৰা, মৃত্যু আৰু ৰোগৰপৰা মুক্তি লাভ কৰিব পাৰোঁ)" ॥ ১৪ ॥

এইদৰে কুমাৰৰ মাহাত্ম্যৰ (প্ৰভাৱৰ) দ্বাৰাই প্ৰেৰিত হৈ অৰাড মুনিয়ে নিজৰ শাস্ত্ৰৰ সিদ্ধান্তৰ কথা সংক্ষেপে ক'বলৈ ধৰিলে, ॥ ১৫ ॥

"হে শ্ৰোতাশ্ৰেষ্ঠ (ৰাজকুমাৰ)! কেনেকৈ সংসাৰ হয় আৰু কেনেকৈ সংসাৰৰ নিবৃত্তি (অৱসান) ঘটে সেইবিষয়ে আমাৰ এই সিদ্ধান্ত শুনা : ॥ ১৬ ॥

"প্ৰকৃত, বিকাৰ, জন্ম, মৃত্যু, জৰা, এই সকলোবোৰক সত্ত্ব বুলি কোৱা হয়। হে স্থিৰ স্বভাৱসম্পন্ন (কুমাৰ), সেই সত্ত্বক জানি লোৱা ॥ ১৭ ॥

"হে স্বভাৱজ্ঞানী, তাৰে ভিতৰত পঞ্চভূত, অহঙ্কাৰ, বুদ্ধি আৰু অব্যক্ত এইকেইটাক প্ৰকৃতি নামেৰে কোৱা হয় বুলি জানিবা ॥ ১৮ ॥

"বিষয়বিলাক (ৰূপ, ৰস, গন্ধ, স্পৰ্শ, আৰু শব্দ), জ্ঞানেন্দ্ৰিয়বিলাক (চকু, কাণ, নাক, জিভা, ছাল,) হাত, ভৰি, বাক্য, পায়ু, উপস্থ (-এই কৰ্মেন্দ্ৰিয়বিলাক) আৰু মন এইকেইটাকে বিকাৰ বুলি জানিবা ॥ ১৯ ॥

"(এই গোটেইবোৰৰ সমষ্টিকে ক্ষেত্ৰ বোলা হয়) এই ক্ষেত্ৰক (দেহটোক) জানে হেতুকে জানোতাজনেই ক্ষেত্ৰজ্ঞ আৰু সংজ্ঞী (সংজ্ঞাবান, চৈতন্যবান, নামী পুৰুষ)। এইদৰে আত্মচিন্তসকলে আত্মকে 'ক্ষেত্ৰজ্ঞ' বুলি কয় ॥ ২০ ॥

"এই (ক্ষেত্ৰ-ক্ষেত্ৰজ্ঞ=প্ৰকৃতি-পুৰুষ) বিষয়ত শিষ্য-বিলাকেৰে সৈতে কপিলমুনি প্ৰতিবুদ্ধ (তত্ত্বজ্ঞ=সিদ্ধ) হৈছিল বুলি কথিত আছে আৰু পুত্ৰসকলেৰে সৈতে প্ৰজাপতিও এই বিষয়ত প্ৰতিবুদ্ধ (তত্ত্বজ্ঞানী) আছিল বুলি কোৱা হয় ॥ ২১ ॥

"যি পদাৰ্থ উৎপন্ন হয়, জীৰ্ণ ( ক্ষয়প্ৰাপ্ত = পুৰণি ) হয়, পীড়িত হয় আৰু মৰে ( নষ্ট হয় ) তাকেই 'ব্যক্ত' বুলি বুজিব লাগে। তাৰে বিপৰীত স্বভাৱৰ যি পদাৰ্থ ( যি পদাৰ্থৰ জন্ম, হ্রাস, পৰিৱৰ্তন আৰু বিনাশ নাই ) সেই পদাৰ্থকে 'অব্যক্ত' বোলা হয়। ২২ ॥

"অজ্ঞান, কৰ্ম আৰু তৃষ্ণা ( বাসনা ) এই সংসাৰৰ কাৰণ। এই তিনিটাৰ অধীনত থকা প্ৰাণীৰ বিপ্ৰত্যয় ( বিপৰীত জ্ঞান ), অহঙ্কাৰ, সন্দেহ, অভিসংলৱ ( দেহাত্মবোধ ), অবিশেষ ( জ্ঞানী-অজ্ঞানী, প্ৰকৃতি বিকাৰ আদিৰ অবিবেক ) অনুপায় ( দৃষ্ট শ্ৰুত উপায়ত বিশ্বাস ), আসক্তি আৰু অভ্যৱপাত ( অহম্মমতা ) থাকে কাৰণে সেই প্ৰাণীয়ে সত্বক ( প্ৰকৃতি, বিকাৰ, জন্ম, জৰা আৰু মৃত্যুক ) অতিক্ৰম কৰি চলিব নোৱাৰে ॥ ২৩—২৪ ॥

"তাৰে ভিতৰত, সেয়ে বিপ্ৰত্যয় যিটোৰ কাৰণে প্ৰাণীয়ে বিপৰীতভাৱে ( ওলোটাভাৱে ) চলে, কৰিবলগীয়া কাম ( যি ধৰণে কৰিব লাগে সেই ধৰণে নকৰি ) আন ধৰণে কৰে আৰু যিটোক যি ধৰণৰ বুলি বুজিব লাগে তাক আন ধৰণৰ বুলি বুজে ॥ ২৫ ॥

"হে নিৰহঙ্কাৰ ! 'মই জানো, মই যাওঁ, মই থাকোঁ' এনেকুৱা 'মই' ভাৱটোৱে সংসাৰত অহঙ্কাৰ বুলি খ্যাত ॥ ২৬ ॥

"হে সন্দেহহীন ৰাজকুমাৰ, সন্দেহাতীতভাৱে পৰস্পৰে ভিন্ন ( বেলেগ বেলেগ ) পদাৰ্থবিলাকক যিটোৱে পৰস্পৰ মিলিত ৰূপে মাটিৰ চপৰা এটাৰ দৰে এক কৰি দেখুৱাই দিয়ে ( প্ৰকাশ কৰে ) তাকে ইয়াত সন্দেহ বুলি কোৱা হয় ॥ ২৭ ॥



"'মই যিটো, এই মন বুদ্ধি আৰু কৰ্মও সেইটোৱেই' গতিকে ( দেহৰূপ ) গণ বা সংঘাতেই 'মই'— এনেকুৱা যি ধাৰণা সেয়ে অভিসংলৱ ॥ ২৮ ॥

"হে বিশেষজ্ঞ, প্ৰতিবুদ্ধ ( তত্ত্বজ্ঞানী=সিদ্ধ ) আৰু অপ্ৰতিবুদ্ধৰ ( অজ্ঞানী=অসিদ্ধ ) তথা প্ৰকৃতিবিলাকৰ এটাৰ লগত আনটোক একে বুলি যিয়ে বুজে সেই ধাৰণাটোক 'অবিশেষ' বুলি বুজা হয় ॥ ২৯ ॥

"হে উপায়জ্ঞ ( উপায় বিষয়ে অভিজ্ঞ ) নমস্কাৰ ( পূজা ), বষট্‌কাৰ ( হোম ), প্ৰোক্ষণ ( ধোৱা ) আৰু অভ্যুক্ষণ ( পানী ছটিওৱা ) আদি বৈদিক কৰ্ম-বিপাকক প্ৰাজ্ঞ ( জ্ঞানীলোক ) সকলে 'অনুপায়' বুলি কৈছে ॥ ৩০ ॥

"হে অনভিষঙ্গ ( অনাসক্ত ), যিটোৰ কাৰণে দুৰ্বুদ্ধি ( অজ্ঞানী ) মানুহ মন, বুদ্ধি আৰু কৰ্মৰ যোগেদি বিষয়ত জড়িত ( আৱদ্ধ ) হৈ পৰে তাকে 'অভিষঙ্গ' ( আসক্তি ) বুলি কোৱা হয় ॥ ৩১ ॥

"'এইটো মোৰ, মই ইয়াৰ' এনেকুৱা ভাব, যি কাৰণে দুখাভিমান ( মোৰ দুখ হৈছে এনেকুৱা বোধ ) হয় সিয়ে প্ৰাণীক সংসাৰত পেলাই দিয়ে, গতিকে তাকেই 'অভ্যৱপাত' বুলি বুজিব লাগে ॥ ৩২ ॥

"বিদ্বানলোকে এই অবিদ্যাক পাঁচ ভাগত ভগায়—তমঃ, মোহ, মহামোহ আৰু দুই তামিস্ৰ ( তামিস্ৰ আৰু অন্ধ-তামিস্ৰ ) ॥ ৩৩ ॥

"হে মোহৰহিত, তাৰ ভিতৰত আলস্যকে ( উদ্যোগ-হীনতাকে ) তমঃ বুলি জানিবা। মৃত্যু আৰু জন্মই মোহ আৰু কামেই মহামোহ বুলি জানিবা ॥ ৩৪ ॥

"হে মহাবাহু, যিহেতুকে বেছিভাগ প্ৰাণীয়ে এই কামত ( বিষয়োপভোগত ) মোহিত হৈ পৰে সেইহেতুকে ইয়াক ( কামক ) মহামোহ বুলি কোৱা হৈছে ॥ ৩৫ ॥

"হে অক্ৰোধ ( ক্ৰোধৰহিত ), 'তামিস্ৰ' এই শব্দটোৰ দ্বাৰা ক্ৰোধকে ( খঙকে ) কোৱা হয় আৰু হে বিষাদহীন, বিষাদকে অন্ধতামিস্ৰ বোলে ॥ ৩৬ ॥

এই পঞ্চপৰ্ব ( পাঁচপৰীয়া ) অবিদ্যাৰে সংযুক্ত অজ্ঞানী লোক দুখবহুল সংসাৰত পুনঃ পুনঃ জন্মৰ কোলাত নিক্ষিপ্ত হয় ॥ ৩৭ ॥

দ্ৰষ্টা, শ্ৰোতা, মন্তা ( বুজোঁতা ), কাৰ্য আৰু কাৰণ— এই সকলো 'ময়েই' বুলি ভাবি সংসাৰত অহা-যোৱা কৰি থাকে ॥ ৩৮ ॥

"হে বুদ্ধিমান, এইবিলাক কাৰণৰ দ্বাৰাই এই সংসাৰত জন্মৰ সোঁত প্ৰবাহিত হৈ আছে। হেতুৰ অভাৱ ঘটিলে যে ফলৰ অভাৱ ঘটে ( কাৰণ নহলে যে কাৰ্য নহয় ) এইটো তুমি জানিব লাগে ॥ ৩৯ ॥

"হে মোক্ষকাম, ভাল বুদ্ধিসম্পন্ন ( সম্যঙ্‌মতিৰ ) লোকে এই চাৰিটা জানিব ( চিনি পাব ) লাগে, প্ৰতিবুদ্ধ ( তত্ত্ব-জ্ঞানী=সিদ্ধপুৰুষ ) অপ্ৰবুদ্ধ ( তত্ত্বজ্ঞান লাভ নকৰা লোক ) ব্যক্ত আৰু অব্যক্ত ॥ ৪০ ॥

"ক্ষেত্ৰজ্ঞই ( জীৱে ) যথাৰ্থভাৱে এই চাৰিটাক জানিব পাৰিলে সংসাৰ পথত যাতায়াত কৰিবলৈ এৰি অবিনশ্বৰ গতি লাভ কৰে ॥ ৪১ ॥

"এই জ্ঞান লাভৰ অৰ্থেই এই লোকত পৰম ব্ৰহ্মবাদী ব্ৰাহ্মণসকলে ব্ৰহ্মচৰ্য আচৰণ কৰে আৰু ব্ৰাহ্মণক নিজৰ ওচৰত ব্ৰহ্মচৰ্য পালন কৰাই ৰাখে" ॥ ৪২ ॥



ৰাজপুত্ৰই সেই মুনিজনাৰ এই কথা শুনি তেওঁক নৈষ্ঠিক ( চৰম মোক্ষ ) পদ আৰু তাৰ উপায়ৰ কথা সুধিলে ॥ ৪৩ ॥

"এই ব্ৰহ্মচৰ্য কেনেভাৱে, কেতিয়ালৈকে আৰু কি স্থানত বা অৱস্থাত আচৰণ কৰিব লাগে আৰু এই ধৰ্ম আচৰণৰ শেষেই বা ক'ত ? সেই বিষয়ে আপুনি মোক বুজাই কওক" ॥ ৪৪ ॥

এইদৰে সোধাত অৰাড মুনিয়ে শাস্ত্ৰ অনুসাৰে সেই আগেয়ে কোৱা ধৰ্মৰ কথাকে প্ৰাঞ্জল ভাষাৰে অথচ সংক্ষিপ্ত ভাৱে বেলেগ ধৰণে তেওঁক বুজাই ক'লে, ॥ ৪৫ ॥

"এই ধৰ্ম আচৰণ কৰিবলৈ লোৱা মানুহজনে প্ৰথমতে ঘৰ এৰি ভিক্ষুকৰ বেশ লৈ সম্যক উদাৰ আচৰণযুক্ত শীল ( ব্ৰত ) গ্ৰহণ কৰি থাকে ॥ ৪৬ ॥

"সেই শাস্ত্ৰজ্ঞ, কৃতী পুৰুষ ( সুখ-দুখ, শীত-উষ্ণ আদি ) দ্বন্দ্বৰ অতীত হয় ( নিৰ্বিকাৰভাৱে সহ্য কৰে ), য'তে ত'তে বা যিকোনো বস্তুৰ দ্বাৰাই পৰম সন্তোষ লাভ কৰে আৰু নিৰ্জন ঠাইত ( অকলশৰীয়াকৈ ) বাস কৰিবলৈ ধৰে ॥ ৪৭ ॥

"তাৰ পিচত বিষয় আসক্তিৰপৰা ভয় আৰু বৈৰাগ্যৰ ( বিষয় বিৰক্তিৰ ) পৰা পৰম কল্যাণ হয় বুলি বুজিব পাৰি ইন্দ্ৰিয়বিলাকক বশ ( জয় ) কৰি লয় আৰু মনক শান্ত ( সংযত ) কৰিবলৈ যত্ন কৰে ॥ ৪৮ ॥

"তাৰ পিচত কাম আৰু ঈৰ্ষা, ক্ৰোধ আদি দোষবিলাক য'ত নাথাকে সেই বিবেকজ্ঞানজনিত, বিতৰ্কবান ( সবিকল্পক ) পূৰ্বধ্যান ( প্ৰথম সমাধি ) লাভ কৰে ॥ ৪৯ ॥

"আৰু সেই ধ্যানসুখ ( সমাধিসুখ ) লাভ কৰি সেই সেই বিষয় চিন্তা কৰি কৰি ( সেই অৱস্থাৰ অপূৰ্ব ( নতুন

ধৰণ[illegible] সুখ উপলব্ধিৰ দ্বাৰা অজ্ঞানী লোক পদচ্যুত হয় ( সম[illegible]ধিত অগ্রসৰ হব নোৱাৰে, তাৰ মনটো সেই অৱস্থাতে আৱদ্ধ হৈ থাকে ) ॥ ৫০ ॥

"এনেকুৱা কামক্রোধবিৰোধী ( কামক্রোধৰহিত ) শম-ভাৱৰ দ্বাৰা ( প্রথম সমাধিৰ ফলত ) সেই সাধকে ব্রহ্মলোক পায়, কিন্তু এই ( প্রাথমিক সমাধিত লাভ কৰা ) সন্তোষৰ দ্বাৰা সি ( পৰৱৰ্তী উন্নত সমাধিৰপৰা ) বঞ্চিত হয় ॥ ৫১ ॥

"কিন্তু বিদ্বান ( জ্ঞানী ) লোকে হ'ল ( সেই সমাধিত লাভ কৰা ) আৰু বিতর্ক ( সবিকল্পক উপলব্ধি ) বিলাকে মনৰ চঞ্চলতা ঘটায় বুলি বুজিব পাৰি বিতর্কহীন ( নির্বিকল্পক ) প্রীতিসুখযুক্ত, ধ্যান ( সমাধিৰ দ্বিতীয় অৱস্থা ) লাভ কৰে ॥ ৫২ ॥

"সেই 'প্রীতি' নামৰ সুখৰ দ্বাৰা আকৃষ্ট ( প্রলোভিত ) হৈ যি লোকে ( তাৰ পিচৰ ) সমাধিৰ বিশেষত্ব ( অধিক সুখ ) দেখা নাপায় ( উপলব্ধি কৰিব নোৱাৰে ) সি আভাস্বৰ নামৰ দেৱতাসকলৰ মাজত ভাস্বৰ ( জ্যোতির্ময় ) স্থান লাভ কৰে ॥ ৫৩ ॥

"কিন্তু যেয়ে সেই দ্বিতীয় সমাধিত উপলব্ধি কৰা 'প্রীতি' সুখৰপৰা মনক আঁতৰ কৰি আনে তেওঁ সেই 'প্রীতি' নামৰ সুখ নথকা ( অথচ তাতকৈ বেলেগ ধৰণৰ সুখস্বৰূপ ) তৃতীয় ধ্যান ( সমাধিৰ তৃতীয় অৱস্থা ) লাভ কৰে ॥ ৫৪ ॥

"যিজন লোক সেই ( তৃতীয় অৱস্থাৰ সমাধিৰ ) সুখতে মগ্ন হৈ থাকে ( তাৰ পৰৱৰ্তী ), বিশেষ ধ্যানৰ অর্থে ( সমাধিৰ চতুর্থ অৱস্থা লাভৰ কাৰণে ) যত্ন নকৰে তেওঁ 'শুভকৃৎস্ন' নামৰ দেৱতাবিলাকৰ লগত তেওঁলোকে ভোগ কৰা সেই সুখকে ভোগ কৰে ॥ ৫৫ ॥



"তেনেকুৱা সুখ পায়ো যিবিলাক তাত অনুৰ[illegible] নহয়, অথচ সেই সুখকো উপেক্ষা কৰে, তেওঁলোকে য'[illegible] সুখ-দুখ একো নাই সেই চতুর্থ ধ্যান ( সমাধিৰ চতুর্থ স্তৰ ) পায়গৈ ॥ ৫৬ ॥

"এই অৱস্থাত সুখ-দুখ ( উভয়ে ) এৰা পৰে আৰু মনৰ কোনো ক্রিয়া নাথাকে বাবে ইয়াকে কোনো কোনোৱে মোক্ষ বুলি স্বীকাৰ কৰি ( 'মই মোক্ষ পালোঁ' বুলি ) অভিমান কৰে ॥ ৫৭ ॥

"বৃহৎফল নামৰ দেৱতাসকলে যি যি ফল ( সুখ ) দীর্ঘকাল ধৰি ভোগ কৰে এই ধ্যানৰ সেই একেই ফল বুলি শ্রেষ্ঠ জ্ঞানৰ ( ব্রহ্মজ্ঞানৰ ) পৰীক্ষকসকলে কয় ॥ ৫৮ ॥

"সেই ( চতুর্থ ) সমাধিৰপৰা আগবাঢ়ি উদ্যোগী, জ্ঞানী পুৰুষে শৰীৰী ( দেহধাৰী ) প্রাণীবিলাকৰ দোষবিলাক বুজিব পাৰি শৰীৰৰ নিবৃত্তিৰ ( আত্যন্তিক বিনাশৰ ) অর্থে জ্ঞানভূমিত ( তত্ত্বজ্ঞানৰ অৱস্থাত ) আৰোহণ কৰে ॥ ৫৯ ॥

"তেনে জ্ঞানী লোকে তাৰ পিচত ( ধ্যানৰ ওপৰৰ ) বিশেষ অৱস্থা পাবলৈ সংকল্প কৰি ধ্যান ( সমাধি ) পৰিত্যাগ কৰে আৰু কামৰ ( কামোপভোগৰ ) প্রতি আসক্তিশূন্য হোৱাৰ দৰে ৰূপৰ প্রতিও অনাসক্ত হয় ॥ ৬০ ॥

"এই শৰীৰত যিবিলাক আকাশৰূপ ছিদ্র ( ইন্দ্রিয় ) আছে সেইবোৰৰ কল্পনা ( শূন্যভাবনা ) কৰি তাৰ পিচত ঘন ( কঠিন ) দ্রব্যবিলাকতে আকাশৰ ভাবনা কৰি ( আকাশৰ তুল্য ) মুক্তি লাভ কৰে ॥ ৬১ ॥

"আন কোনো কোনো জ্ঞানী লোকে আকাশত অৱস্থিত আত্মাক তাৰপৰা ( আকাশৰপৰা ) চপাই আনি তাক অনন্ত ভাবত উপলব্ধি কৰি আন এক প্রকাৰৰ অৱস্থা লাভ কৰে ॥৬২॥

"[illegible]ধ্যাত্ম তত্ত্বজ্ঞানত কুশল, কোনো কোনোজন আত্মাৰ দ্বাৰাই আত্মাবো নিবৃত্তি ঘটাই একোৱে নাই বুলি উপলব্ধি কৰে, তেনে লোকক 'আকিঞ্চন্য' বুলি কোৱা হয় ॥ ৬৩ ॥

"তেতিয়া সেই ক্ষেত্ৰজ্ঞ ( জীৱাত্মা ) বিৰিণা বনৰ ভিতৰৰপৰা ওলোৱা তাৰ থুৰিদালৰ দৰে অথবা সজাৰ ভিতৰৰপৰা ওলোৱা চৰাইৰ দৰে দেহৰপৰা বাহিৰ ওলায়, সেই অৱস্থাত তাক 'মুক্ত' বুলি কোৱা হয় ॥ ৬৪ ॥

"এয়ে সেই নিৰ্লিঙ্গ ( চিহ্নৰহিত=লিঙ্গশৰীৰহীন ) অচল অটল ( ধ্রুব ) অক্ষৰ ( অবিনাশী ) পৰমব্ৰহ্ম যাক তত্ত্বজ্ঞানী মনীষীসকলে 'মোক্ষ' বুলি কয় ॥ ৬৫ ॥

"এই মোক্ষৰ উপায় আৰু মোক্ষৰ ( স্বৰূপৰ ) কথা মই তোমাক বুজাই ক'লো, যদি বুজি পাইছা আৰু ইয়াত ৰুচি হয় ( ইয়াৰ প্ৰতি তোমাৰ আগ্ৰহ হয় ) তেন্তে যথোচিতভাৱে ইয়াক ( এই ধৰ্মপথ ) গ্ৰহণ কৰা ॥ ৬৬ ॥

"জৈগীষব্য, জনক, বৃদ্ধপৰাশৰ আৰু অন্যান্য বহুত 'মুক্ত' পুৰুষেই এই বাটেৰে গৈ ( এই ধৰ্মপথ গ্ৰহণ কৰি ) মুক্তি লাভ কৰিছে" ॥ ৬৭ ॥

তেতিয়া ( ৰাজকুমাৰে ) তেওঁৰ সেই কথা শুনি আৰু এই বিষয়ে নিজে বিচাৰ কৰি চাই পূৰ্বজন্মৰ উপাৰ্জিত কাৰণৰ বল ( ত্ৰিবিধ কুশল মূলৰ শক্তি ) পাই সেই কথাৰ প্ৰত্যুত্তৰ দি ক'লে, ॥ ৬৮ ॥

"এই সূক্ষ্ম জ্ঞানৰ কথা শুনিলো, এই জ্ঞান উত্তৰোত্তৰ মঙ্গলময় ( অৰ্থাৎ সাধকৰ পক্ষে সাধনাৰ পথত যি অগ্ৰগতিৰ কথা কোৱা হৈছে তাৰ ক্ৰমশঃ পূৰ্বৱৰ্তী অৱস্থাতকৈ পৰৱৰ্তী অৱস্থা ভাল ) হলেও ক্ষেত্ৰজ্ঞ এৰা



নপৰে ( আত্মা নোহোৱা নহয় ) কাৰণে ইয়াক ( [illegible]ই জ্ঞানক ) মই অনৈষ্ঠিক ( চৰম তত্ত্ব নহয় ) বুলি ভাবো ॥ ৬[illegible] ॥

"বিকাৰ আৰু প্ৰকৃতিৰপৰা মুক্ত হলেও ক্ষেত্ৰজ্ঞত প্ৰসৱধৰ্ম ( কাৰ্য উৎপাদন কৰা স্বভাৱ ) আৰু বীজধৰ্ম ( কাৰ্য উৎপাদন শক্তি ) থাকে বুলি মই ভাবো ॥ ৭০ ॥

"যদিও আত্মাক বিশুদ্ধ আৰু সৰ্বতোভাৱে 'মুক্ত' বুলি ধাৰণা কৰা হয় তথাপি প্ৰত্যয় ( সংসাৰৰ কাৰণবিলাক ) থকাৰ কাৰণে আকৌ সি অমুক্ত ( সংসাৰত আৱদ্ধ ) হ'বই ॥ ৭১ ॥

"উপযোগী ঋতু ( কাল ), মাটি আৰু পানীৰ অভাৱত যিদৰে গুটি নগজাকৈ থাকে ( কিন্তু সেই সেই কাৰণবিলাকৰ সহায়ত অৱশ্যে গজে ) সেই ক্ষেত্ৰজ্ঞকো মই তেনেকুৱা বুলি ভাবো অৰ্থাৎ সংসাৰৰ কাৰণ সামগ্ৰী ( সকলোবোৰ কাৰণ উপস্থিত ) নোহোৱালৈকে সি মুক্ত হৈ থাকিব আৰু সংসাৰৰ কাৰণ সামগ্ৰী উপস্থিত হলেই পুনঃ আৱদ্ধ হৈ পৰিব ॥ ৭২ ॥

"কৰ্ম, অজ্ঞান আৰু তৃষ্ণা পৰিত্যাগ কৰিলে যে মোক্ষ হয় বুলি ধাৰণা কৰা হয়, আত্মা থাকে মানে সম্পূৰ্ণভাৱে তাৰ ( কৰ্ম, অজ্ঞান আৰু তৃষ্ণাৰ ) পৰিত্যাগো হ'ব নোৱাৰে ॥ ৭৩ ॥

"এই তিনিটাক ( কৰ্ম, অজ্ঞান আৰু তৃষ্ণাক ) পৰিত্যাগ কৰোঁতে কৰোঁতেহে বিশেষ অৱস্থা লাভ কৰিব পাৰে। কিন্তু যি অৱস্থাত আত্মা থাকে তাত ( আত্মাত ) সেই তিনিটাও সূক্ষ্মভাৱে ( বাসনাৰূপে ) থাকে ॥ ৭৪ ॥

"দোষবিলাক অতি সূক্ষ্মভাৱে থাকে, চিত্তৰ কোনো ক্ৰিয়া নাথাকে আৰু ইয়াৰ ( সেই অৱস্থাত থকা আত্মাৰ )

অৱস্থিতিও অতি দীৰ্ঘকাল স্থায়ী । সেইকাৰণে ( জীৱাত্মাৰ ) এই অৱস্থাক 'মোক্ষ' বুলি কল্পনা কৰা হয় । ৭৫ ॥

"অহঙ্কাৰ পৰিত্যাগ কৰিব লাগে বুলি যে কল্পনা কৰা হৈছে আত্মা থাকে মানে অহঙ্কাৰ পৰিত্যাগ কৰা সম্ভৱপৰ নহয় ॥ ৭৬ ।

"এই আত্মা ( ক্ষেত্ৰজ্ঞ ) সংখ্যা আদি গুণৰপৰা কেতিয়াও মুক্ত হব নোৱাৰে গতিকে সি নিৰ্গুণ হোৱাটো অসম্ভৱ । সেইকাৰণে যেতিয়ালৈকে ই ( আত্মা ) নিৰ্গুণ নহয় তেতিয়ালৈকে ( সগুণ অৱস্থাত ) ইয়াৰ মোক্ষ হোৱা বুলি কব নোৱাৰি ॥ ৭৭ ॥

"গুণী আৰু গুণৰ বিচ্ছেদ নাই ( গুণ অবিহনে গুণী অথবা গুণী অবিহনে গুণ থাকিব নোৱাৰে ) ; ৰূপ আৰু উষ্ণতা নোহোৱাকৈ অগ্নিৰ উপলব্ধি নহয় ॥ ৭৮ ॥

"দেহ নাথাকিলে দেহী নহয়, সেইদৰে গুণ নাথাকিলে গুণী হব নোৱাৰে । সেইকাৰণে আগেয়ে মুক্ত হৈয়ো শৰীৰী ( শৰীৰধাৰী জীৱ ) আকৌ শৰীৰত বদ্ধ ( বন্দী ) হৈ পৰে ॥ ৭৯ ॥

"ক্ষেত্ৰজ্ঞ ( আত্মা ) যে ( মুক্ত অৱস্থাত ) শৰীৰহীন হৈ থাকে বুলি কোৱা হয় সেই আত্মাৰ সেই অৱস্থাত জ্ঞান থাকে নে সি অজ্ঞ হৈ থাকে ? যদি জ্ঞান থাকে তেন্তে সেই জ্ঞানৰ জ্ঞেয় বিষয়ো অৱশ্যে থাকিব । জ্ঞেয় বিষয় থাকিলেতো সি মুক্ত হব নোৱাৰে ॥ ৮০ ॥

"যদি আপোনালোকৰ মতে ( সেই অৱস্থাত ) সি অজ্ঞ ( জ্ঞানহীন ) হৈ থাকে বুলি সিদ্ধান্ত কৰা হয় তেন্তে আত্মাৰ (অস্তিত্ব ) কল্পনাৰ প্ৰয়োজন কি ? আত্মা নহলেওতো কাঠ, বেৰ আদিৰ নিচিনা ( জড় ) অজ্ঞান প্ৰসিদ্ধ হৈ আছেই ॥ ৮১ ॥



"ক্ৰমশঃ এটাৰ পিচত আনটো ত্যাগ কৰি যোৱা বেছি ভাল বুলি কোৱা হৈছে । সেইকাৰণে ( তেনেকৈ ) সকলো-বোৰ ত্যাগ কৰিলেহে সম্পূৰ্ণভাৱে কৃতাৰ্থ হব পাৰে বুলি মই ভাবো" ॥ ৮২ ॥

এইদৰে তেওঁ ( ৰাজকুমাৰে ) অৰাড মুনিৰ ধৰ্ম জানিও তাত সন্তুষ্টি লাভ কৰিব নোৱাৰিলে । গতিকে সেই ধৰ্ম অসম্পূৰ্ণ বুলি বুজি পাই তাৰপৰা গুচি গ'লগৈ ॥ ৮৩ ॥

তাৰ পিচত বিশেষ ( বেলেগ ধৰ্মৰ ) কথা শুনিবলৈ ইচ্ছা কৰি ( তেওঁ ) উদ্ৰকৰ আশ্ৰমলৈ গ'ল । কিন্তু তেওঁৰ দৰ্শনতো আত্মাক স্বীকাৰ কৰি লোৱা হয় হেতুকে সেই দৰ্শনো ( উদ্ৰকৰ সিদ্ধান্তও ) তেওঁ গ্ৰহণ নকৰিলে ॥ ৮৪ ॥

সংজ্ঞা-অসংজ্ঞাৰ ( জ্ঞান আৰু অজ্ঞান অথবা চৈতন্য আৰু অচৈতন্যৰ ) দোষ বুজিব পাৰি সেই উদ্ৰক মুনিয়ে ( অৰাডে কোৱা ) আকিঞ্চন্যৰ অতীত ( ওপৰৰ স্তৰৰ ) সংজ্ঞা-অসংজ্ঞাৰ জ্ঞান লাভ কৰিছে ॥ ৮৫ ॥

( তেতিয়াও ) সূক্ষ্মভাৱে থকা সংজ্ঞা আৰু অসংজ্ঞা ( চৈতন্য আৰু অচৈতন্য ) এই উভয়ে ( অজ্ঞান, তৃষ্ণা আৰু কৰ্মৰ ) আশ্ৰয় হৈ থাকে, কিন্তু তাৰ ( আকিঞ্চন্যৰ ) পৰৱৰ্তী ওপৰৰ স্তৰত হলে সংজ্ঞাৰ আশ্ৰয় আৰু অসংজ্ঞাৰ আশ্ৰয়ো নোহোৱা হয় । সেইকাৰণে তেওঁ আকিঞ্চন্যৰ প্ৰতি অভিলাষ কৰা নাছিল ॥ ৮৬ ॥

সেই অৱস্থাত বুদ্ধি সূক্ষ্ম, নিপুণ ( যৎপৰোনাস্তি পৈণত ) আৰু স্থিৰ হয়, আন কোনোপিনে নাযায় ; সেইকাৰণে তেতিয়া অসংজ্ঞাও ( জড়ভাবো ) নাথাকে আৰু সংজ্ঞা বা চৈতন্যও নাথাকে ॥ ৮৭ ॥

[illegible] ( সংজ্ঞা-অসংজ্ঞাৰ অতীত ) অৱস্থা পোৱাৰ পিচতো পুনঃ [illegible]সাৰলৈ ফিৰি আহিব পাৰে, সেইকাৰণে বোধিসত্ত্বই পৰমপদ পাবলৈ ইচ্ছা কৰি সেই উদ্ৰককো এৰি গুচি গ'ল ॥ ৮৮ ॥

তাৰ পিচত নিঃশ্ৰেয়ঃ ( সৰ্বশ্ৰেষ্ঠ কল্যাণ ) লাভৰ অৰ্থে নিশ্চিত সঙ্কল্প কৰি তেওঁ সেই উদ্ৰক মুনিৰ আশ্ৰম এৰি গৈ ৰাজৰ্ষি গয়ৰ 'নগৰী' নামৰ আশ্ৰমত উপস্থিত হল ॥ ৮৯ ॥

তাৰ পিচত বিশুদ্ধ প্ৰভাৱশালী সেই মুনিয়ে একান্ত বিহাৰৰ ( অকলশৰীয়া হৈ থকা আনন্দ লাভৰ ) ইচ্ছাৰে নৈৰঞ্জনা নদীৰ পৱিত্ৰ তীৰত বাস কৰিছিল ॥ ৯০ ॥

( তেওঁ তালৈ যোৱাৰ ) আগেয়ে আহি সেই ঠাইত বসতি কৰা জ্ঞানেন্দ্ৰিয় পাঁচোটাক বশীভূত ( জয় ) কৰি লোৱাৰ কাৰণে গৌৰৱান্বিত হৈ তপস্যাত নিৰত থকা পাঁচজন ব্ৰতপৰায়ণ ভিক্ষুক তেওঁ তাত দেখা পালে ॥ ৯১ ॥

পুণ্যৰ বলত ধন আৰু আৰোগ্য উপাৰ্জন কৰি লোৱা ঐশ্বৰ্যবান লোকৰ ওচৰত ইন্দ্ৰিয়ৰ বিষয়বিলাক ( ৰূপ, ৰস, গন্ধ, স্পৰ্শ আৰু শব্দ এই পাঁচটা ) উপস্থিত হোৱাৰ দৰে মোক্ষকামী সেই ভিক্ষুকেইজনে তেওঁক তাত দেখা পাই তেওঁৰ ওচৰত উপস্থিত হ'ল ॥ ৯২ ॥

মনৰ বশীভূত, শিক্ষাৰ দ্বাৰা সংযত, মনৰ অনুৱৰ্তী চঞ্চল জ্ঞানেন্দ্ৰিয় পাঁচোটাই মনক সেৱা কৰাৰ দৰে, তেওঁৰ বশীভূত, বিনয়বশতঃ প্ৰণত হৈ থকা, আজ্ঞানুৱৰ্তী সেই শিষ্যকেইজনে সেৱা কৰিবলৈ ধৰিলে ॥ ৯৩ ॥

মৃত্যু আৰু জন্মৰ অৱসানৰ কাৰণে এয়ে ( তপস্যাই ) একমাত্ৰ উপায়—এই বুলি ভাবি তেওঁ নিৰাহাৰে থাকি দুষ্কৰ তপস্যা আৰম্ভ কৰিলে ॥ ৯৪ ॥



শম ( শান্তি ) লাভৰ ইচ্ছাত তেওঁ আন মানুহৰ পক্ষে দুষ্কৰ ( অসাধ্য ) অনেক প্ৰকাৰৰ উপবাস ( ব্ৰত ) বিধিৰ আচৰণেৰে ছবছৰ নিজৰ শৰীৰটো কৃশ ( ক্ষীণ ) কৰিলে ॥ ৯৫ ॥

পাৰাপাৰহীন সংসাৰৰ পাৰ পাবলৈ ইচ্ছা কৰি তেওঁ ভোজনৰ সময়ত একোটা জালুক, তিল অথবা চাউলেৰে পাৰ্বণ কৰিছিল ॥ ৯৬ ॥

সেই তপস্যাই তেওঁৰ দেহৰ যিমানখিনি অপচয় (ক্ষয়সাধন) কৰিছিল তাৰ ( তপস্যাৰ ) তেজেৰে আকৌ সিমানখিনি উপচয় ( পৰিপূৰণ ) কৰিছিল ॥ ৯৭ ॥

তেওঁ ক্ষীণ হলেও তেওঁৰ কীৰ্তি আৰু শ্ৰী ক্ষীণ হোৱা নাছিল ; তেওঁ শৰৎকালৰ শুক্লপক্ষৰ আগভাগৰ জোনে ভেঁট-ফুলৰ আহ্লাদ ( বিকাশ ) জন্মোৱাৰ দৰে আন মানুহৰ চকুৰ আহ্লাদ ( আনন্দ ) উৎপাদন কৰিছিল ॥ ৯৮ ॥

মেদ, মাংস আৰু শোণিত সম্পূৰ্ণভাৱে নোহোৱা হৈ কেৱল হাড়ে-ছালে লাগি ক্ষীণাই থকা সত্ত্বেও পৰিপূৰ্ণ গাম্ভীৰ্যৰ দ্বাৰাই তেওঁ সমুদ্ৰ সদৃশ হৈ শোভা পাইছিল ॥ ৯৯ ॥

ইয়াৰ পিচত কষ্টসাধ্য তপস্যাৰ দ্বাৰা সঁচাকৈয়ে বৃথাই শৰীৰটো পীড়িত হৈ পৰিলত সেই সংসাৰ ভীৰু মুনিজনাই বুদ্ধত্ব লাভৰ ইচ্ছাতে এইদৰে ভাবিলে, ॥ ১০০ ॥

"এই ধৰ্ম ( কঠোৰ তপস্যা ) বৈৰাগ্যৰ অৰ্থেও নহয়, জ্ঞানৰ অৰ্থেও নহয় আৰু মুক্তিৰ অৰ্থেও নহয়। সেই সময়ত ( আগেয়ে ) জাম গছৰ গুৰিত যি ধৰ্মসাধনা কৰিছিলোঁ সেই সাধনাবিধিয়েই নিশ্চিত সত্য ॥ ১০১ ॥

"দুৰ্বললোকে অভীষ্ট লাভ কৰিব নোৱাৰে"—এইদৰে ( শৰীৰৰ প্ৰতি ) মনত আস্থা ( আগ্ৰহ ) উৎপন্ন হোৱাত

তেওঁ শৰীৰৰ শক্তি বঢ়াবলৈ পুনঃ এইদৰে চিন্তা কৰিবলৈ ধৰিলে ঃ ॥ ১০২ ॥

"যি মানুহ ভোক, পিয়াহ আৰু পৰিশ্ৰমত ক্লান্ত হৈ থাকে, শ্ৰমৰ কাৰণে যাৰ মন অসুস্থ হৈ পৰে তেনেকুৱা শান্তিহীন অৱস্থাৰ মানুহে তাৰ মনৰ বাঞ্ছিত ফল কেনেকৈ লাভ কৰিব ? ॥ ১০৩ ॥

"অনবৰতে ইন্দ্ৰিয়বিলাক পৰিতৃপ্ত হৈ থাকিলেহে ঠিকমতে মানুহে শান্তি লাভ কৰিব পাৰে আৰু ইন্দ্ৰিয়বিলাক পৰিতৃপ্ত হৈ থকাৰ কাৰণেহে মনবো সুস্থতা ( স্থিৰতা ) লাভ হয় ॥ ১০৪ ॥

"যাৰ মন সুস্থ আৰু প্ৰসন্ন হৈ থাকে সেই লোকৰহে সমাধি ( মনৰ একাগ্ৰতা ) উৎপন্ন হয় আৰু যাৰ চিত্ত সমাধিযুক্ত ( একাগ্ৰ ) তাৰহে ধ্যানযোগ লাভ হয় ॥ ১০৫ ॥

"ধ্যান সিদ্ধ হলেহে সেই ধৰ্ম লাভ হয় যাৰ দ্বাৰা দুৰ্লভ, শান্ত অজৰ আৰু সৰ্বশ্ৰেষ্ঠ অমৃতপদ ( মোক্ষ ) পোৱা যায়" ॥ ১০৬ ॥

সেই কাৰণে এই ( মোক্ষলাভৰ ) উপায় যে আহাৰমূলক এইটো নিশ্চিত কথা বুলি ভাবি সেই অসীম জ্ঞানী, ধীৰ পুৰুষজনাই আহাৰ কৰিবলৈ মন কৰিলে ॥ ১০৭ ॥

দুৰ্বল শৰীৰেৰে নৈৰঞ্জনা নদীত স্নান কৰি লাহে লাহে পাৰত উঠিল। ( তেওঁ পাৰত উঠা সময়ত ) পাৰৰ গছবিলাকে ভক্তিসহকাৰে ঠালৰ আগবিলাক নত কৰি তেওঁক সহায় কৰিবলৈ হাত আগবঢ়াই দিয়া যেন দেখা গৈছিল ॥ ১০৮ ॥

সেই সময়ত দেৱতাসকলৰ দ্বাৰা প্ৰেৰিত হৈ গোপাধিপতিৰ ( গোৱালৰ অধিপতিৰ ) কন্যা নন্দবলা আনন্দ মনেৰে তালৈ আহিল ॥ ১০৯ ॥



বগা শাঁখাৰে হাত দুখন উজ্জ্বল হৈ উঠা, নীলবৰণীয়া কম্বল গাত লোৱা, তেওঁক ( নন্দবলা নামৰ গোপকন্যাজনীক ) ফেনমালাৰে সৈতে নীলবৰণীয়া পানীৰ শ্ৰেষ্ঠ নদী যমুনাৰ দৰে দেখা গৈছিল ॥ ১১০ ॥

শ্ৰদ্ধামিশ্ৰিত প্ৰীতিৰে, ফুলি থকা পদুমৰ সদৃশ নয়ন যুগলেৰে কুমাৰীজনীয়ে মূৰদোঁৱাই তেওঁক প্ৰণিপাত জনাই পায়স খাবলৈ দিলে ॥ ১১১ ॥

সেই পায়স উপভোগ কৰি তেওঁ সেই কন্যাজনীৰ জন্ম সফল কৰিলে আৰু ( তাৰ দ্বাৰা ) ছয়োটা ইন্দ্ৰিয়ক ভালকৈ পৰিতৃপ্ত কৰি বোধিলাভৰ কাৰণে সমৰ্থ হৈ উঠিল ॥ ১১২ ॥

সেই মুনিজনাই নিজৰ কীৰ্তিৰ লগতে যথেষ্ট শাৰীৰিক পুষ্টি লাভ কৰি একাধাৰে চন্দ্ৰ আৰু সমুদ্ৰ এই দুয়োটাৰে কান্তি আৰু ধৈৰ্য ধাৰণ কৰিলে ( চন্দ্ৰৰ নিচিনা কান্তিমান আৰু সমুদ্ৰৰ নিচিনা ধৈৰ্যশালী হৈ উঠিল ) ॥ ১১৩ ॥

( তেতিয়া ) সেই ( তেওঁৰ শিষ্য হৈ থকা ) ভিক্ষু পাঁচজনে তেওঁ মোক্ষ ধৰ্মৰপৰা নিবৃত্ত হোৱা ( ধৰ্মাচৰণ এৰি পেলোৱা ) বুলি ভাবি পাঁচটা ধাতুৱে ( মহাভূতে ) প্ৰবুদ্ধ ( মুক্ত ) আত্মাক ত্যাগ কৰাৰ দৰে তেওঁক ত্যাগ কৰিলে ॥ ১১৪ ॥

তেতিয়া তেওঁ বোধি লাভৰ অৰ্থে দৃঢ়সঙ্কল্প হৈ আৰু সেই নিশ্চিত সঙ্কল্পকে একমাত্ৰ সঙ্গী কৰি লৈ অশ্বত্থ গছৰ গুৰিৰ ঘাঁহে আবৰি থকা ঠাইলৈ গ'ল ॥ ১১৫ ॥

তাৰ পিচত গজৰাজৰ তুল্য বিক্ৰমশালী 'কাল' নামৰ সৰ্পৰাজে ( শ্ৰেষ্ঠ সাপ এটাই ) তেওঁৰ ভৰিৰ খোজৰ অনুপম শব্দ শুনি সাৰ পাই উঠিল আৰু তেওঁ বোধিলাভ কৰিব বুলি বুজি পাই তেতিয়াই সেই মহামুনিক ( বোধিসত্ত্বক ) স্তুতি কৰিবলৈ ধৰিলে ॥ ১১৬ ॥

হে মুনি, আপোনাৰ ভৰিৰ খোজত পীড়িত হৈ এই পৃথিৱীখন যেনেকৈ বাৰম্বাৰ বাজি উঠিছে ( সশব্দে লৰি উঠিছে ) আৰু ( দেহৰপৰা ) সূৰ্যৰ দৰে জ্যোতি যিদৰে চক্‌মকাই উঠিছে (তাৰপৰা বুজা যায়) আপুনি নিশ্চয় আজিয়ে বাঞ্ছিত ফল ভোগ কৰিবলৈ পাব ( বোধি লাভ কৰিব পাৰিব ) ॥ ১১৭ ॥

হে কমলনয়ন, ফেঁচুচৰাইবিলাকে শাৰীশাৰীকৈ আকাশত ঘূৰি ঘূৰি যিদৰে আপোনাক প্ৰদক্ষিণ কৰিছে আৰু যিদৰে অকাশত ধীৰ বতাহ বলিবলৈ ধৰিছে ( তাৰপৰা বুজা যায় ) আপুনি নিশ্চয় আজিয়ে 'বুদ্ধ' হৈ উঠিব ॥ ১১৮ ॥

তেতিয়া সেই শ্ৰেষ্ঠ সাপটোৱে স্তুতি কৰাৰ পিচত তেওঁ খেৰকটীয়া মানুহ এজনৰপৰা পৱিত্ৰ তৃণ খুজি আনিলে আৰু বোধিলাভৰ সংকল্প কৰি সেই পৱিত্ৰ প্ৰকাণ্ড গছজোপাৰ ওচৰত বহিল ॥ ১১৯ ॥

তেতিয়া তেওঁ "যেতিয়ালৈকে কৃতকাৰ্যতা লাভ কৰিব নোৱাৰো তেতিয়ালৈকে পৃথিৱীত পাৰিলোৱা এই আসন নেভাঙো ( ত্যাগ নকৰো )"—এই সঙ্কল্প কৰি শুই থকা সাপৰ ফণাৰ দৰে পিণ্ডাকাৰ অচল অটল উত্তম পৰ্যঙ্ক আসন কৰি বহিল ॥ ১২০ ॥

যেতিয়া ভগৱান বোধিসত্ত্বই নিশ্চিত সঙ্কল্পপূৰ্বক আসন কৰি বহিল তেতিয়া স্বৰ্গবাসী দেৱতাসকলে পৰম (অতুলনীয়) আনন্দ লাভ কৰিলে, পশু আৰু পক্ষীবিলাকে কোঢ়াল কৰিবলৈ এৰি মনে মনে থাকিল আৰু বতাহৰ বেগতো বনৰ গছবিলাকৰ কোনো শব্দ নোহোৱা হ'ল ॥ ১২১ ॥

শ্ৰীমহামণ্ডলেশ্বৰৰ মন্ত্ৰী অশ্বঘোষ ৰচিত 'বুদ্ধচৰিত' মহাকাব্যৰ 'অৰাডৰ সাক্ষাৎকাৰ' নামেৰে দ্বাদশ সৰ্গৰ ইয়াতে সমাপ্তি হ'ল ॥

# ত্ৰয়োদশ সৰ্গ

## মাৰৰ পৰাজয়

ৰাজৰ্ষি ৰংশত জন্মলাভ কৰা সেই মহৰ্ষিয়ে মোক্ষলাভৰ উদ্দেশ্যে প্ৰতিজ্ঞা কৰি বহিলত সমগ্ৰ জগত আনন্দিত হ'ল, কেৱল সদ্ধৰ্মৰ শত্ৰু মাৰ ( কাম ) হে সন্ত্ৰস্ত আৰু ভীত হৈ পৰিল ॥ ১ ॥

সংসাৰত যাক কামদেৱ বুলি কোৱা হয় সেই বিচিত্ৰ ধনুৰ্ধাৰী, ফুলৰ শৰেৰে সুসজ্জিত, মোক্ষ বিদ্বেষী অৰু কাম প্ৰচাৰৰ ( বিষয়ভোগৰ ) অধিপতি দেৱতাজনকে 'মাৰ' বুলি কোৱা হয় ॥ ২ ॥

তেওঁৰ ( মাৰৰ ) তিনিজন পুত্ৰ বিভ্ৰম, হৰ্ষ আৰু দৰ্প আৰু তিনিজনী কন্যা—আৰতি, প্ৰীতি আৰু তৃষ্ণা। তেওঁলোকে তেওঁৰ ( কামৰ ) মনৰ বিকাৰৰ ( অসন্তোষৰ ) কাৰণ তেওঁক সুধিলে আৰু সেই পুত্ৰ-কন্যাসকলৰ আগত তেওঁ এই কথা কলে, ॥ ৩ ॥

"সেই মুনিজনাই নিশ্চয়ৰূপ ( স্থিৰসঙ্কল্প ৰূপ ) কবচ পিন্ধি, সত্ত্বৰূপ ( মনোবল ৰূপ ) ধনু ধৰি, বুদ্ধিৰূপ শৰ প্ৰয়োগ কৰি মোৰ বিষয় ( ৰাজ্য ) জয় কৰিবৰ অৰ্থে উদ্যোগ কৰিছে ( উঠিপৰি লাগিছে ) । সেইকাৰণেই মনত এই দুখ ॥ ৪ ॥

"যদিহে এওঁ মোক জয় কৰি আগবাঢ়ি যায় আৰু জগৎবাসীৰ আগত অপবৰ্গমাৰ্গৰ ( মোক্ষপথৰ ) কথা কৈ দিয়ে

তেন্তে আজিয়েই মোৰ এই বিষয় (ৰাজ্য) সদাচাৰভ্ৰষ্ট বিদেহাধিপতি নিমিৰ ৰাজ্যৰ দৰে শূন্য হৈ পৰিব ॥ ৫ ॥

"সেইকাৰণে এওঁ জ্ঞানচক্ষু নোপোৱা পৰ্যন্ত আৰু মোৰ ক্ষেত্ৰত থকালৈকে প্ৰবল বেগেৰে বাঢ়ি অহা নদীৰ সোঁতে সেতু ভাঙিবলৈ যোৱাৰ দৰে মই এওঁৰ ব্ৰত ভাঙিবলৈ যাম" ॥ ৬ ॥

তাৰপিচত প্ৰাণীবিলাকৰ মন অসুস্থ কৰি তোলাতো সেই মাৰে ফুলৰ ধনু আৰু জগৎ মোহিত কৰিব পৰা শৰ পাঁচপাত লৈ পুত্ৰ-কন্যাসকলেৰে সৈতে সেই আহত গছৰ গুৰিলৈ গ'ল ॥ ৭ ॥

তেতিয়া মাৰে বাওঁহাতেৰে ধনুৰ আগত ধৰি শৰেৰে খেলা কৰি কৰি সেই অতি শান্তভাৱে আসনত বহি থকা, ভৱ (সংসাৰ) সাগৰ পাৰ হবলৈ ইচ্ছুক মুনিজনাক উদ্দেশ্য কৰি ক'লে, ॥ ৮ ॥

"হেৰা মৃত্যুভীত (মৰণক ভয় কৰা) ক্ষত্ৰিয়! উঠা, স্ব-ধৰ্ম আচৰণ কৰা, মোক্ষধৰ্ম এৰি পেলোৱা, বাণ আৰু যজ্ঞৰ দ্বাৰা সমগ্ৰ লোকক বশীভূত কৰি এই (মৰ্ত্য) লোকৰপৰা ইন্দ্ৰৰ স্বৰ্গপদ লাভ কৰা ॥ ৯ ॥

"পূৰ্ববৰ্তী নৃপতিসকলে যি পথেৰে গৈছে, (এই সংসাৰত) চলিবৰ কাৰণে সেই প্ৰশংসনীয় পথ এইটোহে। বিশাল ৰাজৰ্ষিকুলত জন্ম পোৱালোকৰ পক্ষে এই ভিক্ষাবৃত্তি গ্ৰহণ কৰাটো প্ৰশংসনীয় কাৰ্য নহয় ॥ ১০ ॥

"হে দৃঢ় চিত্তশালী, যদি তুমি (আসনৰপৰা) নুঠা তেন্তে স্থিৰ হৈ লোৱা, প্ৰতিজ্ঞা ভঙ্গ নকৰিবা। মই আজি এইয়া সেইপাত শৰকে উলিয়াই লৈছোঁ যিপাত শৰ আগেয়ে মীনশত্ৰু (কামবিৰোধী) শূৰ্পকৰ (মহাদেৱৰ?) ওপৰত প্ৰয়োগ কৰিছিলোঁ ॥ ১১ ॥



"কলিযুগৰ এই ক্ষীণ, সাধাৰণ দুৰ্বল মানুহবোৰৰ কথাই নাই, বৰঞ্চ (আগৰ যুগতে) চন্দ্ৰৰ নাতিনীয়েকে সেই ঐড় ৰজাও (পুৰূৰৱা) এই বাণেৰে স্পৰ্শ কৰা মাত্ৰেই বিক্ষিপ্তচিত্ত হৈ পৰিছিল আৰু শান্তনু ৰজাও বশীভূত হৈ পৰিছিল ॥ ১২ ॥

"গতিকে তুমি সোনকালে উঠা, সচেতন হোৱা, এই বাণপাত লেলিহান (খাওঁ খাওঁ মূৰ্তি) হৈ উঠিছে। চক্ৰবাকৰ (চকোৱাৰ) নিচিনা প্ৰিয়াৰ (তিৰোতাৰ) অনুৱৰ্তী আৰু ৰতিপ্ৰিয় (সম্ভোগৰ কাৰণে লালায়িত) লোকৰ প্ৰতি মই এই বাণ নিক্ষেপ নকৰোঁ" ॥ ১৩ ॥

এনেকৈ কোৱাৰ পিচতো যেতিয়া শাক্যমুনিয়ে তাৰ প্ৰতি কোনো মনোযোগ নিদিলে (কোনো ভ্ৰূক্ষেপকে নকৰিলে) আৰু আসনৰপৰা নুঠিল তেতিয়া মাৰে পুত্ৰ-কন্যাসকলক আগত লৈ তেওঁৰ প্ৰতি শৰ নিক্ষেপ কৰিলে ॥ ১৪ ॥

কিন্তু মাৰে সেই বাণ প্ৰয়োগ কৰাৰ পিচতো তেওঁ (শাক্যমুনি) তাৰ প্ৰতি কোনো মনোযোগকে নিদিলে আৰু ধৈৰ্যৰপৰা বিচলিত নহল। তেওঁক কেনেকৈ (অবিচলিতভাৱে) থকা দেখি মাৰ বিষাদগ্ৰস্ত হ'ল আৰু চিন্তাত ব্যাকুল হৈ লাহে লাহে ক'বলৈ ধৰিলে ॥ ১৫ ॥

যি বাণৰ দ্বাৰা বিদ্ধ হৈ আনকি দেৱ মহেশ্বৰো গিৰি-ৰাজ কন্যা পাৰ্বতীৰ প্ৰতি চঞ্চল হৈ উঠিছিল সেই বাণৰ প্ৰতি এওঁ কোনো মনোযোগকে নিদিলে (কোনো চিন্তাকে নকৰিলে)। এই মানুহজনৰ বাৰু চিত্ত (মন) নাইনেকি? অথবা এইপাত সেই (শিৱৰ প্ৰতি নিক্ষেপ কৰা) শৰ নহয়নেকি? ॥ ১৬ ॥

(ফুলহেতুকে এই বাণে কাম নিদিলে) সেইকাৰণে এওঁ পুষ্পবাণৰ, হৰ্ষণৰ অথবা ৰতি প্ৰয়োগৰ উপযুক্ত নহয়, এওঁক ভয়ঙ্কৰ ভূতবিলাকৰ দ্বাৰা ভীতি-প্ৰদৰ্শন, তৰ্জন-গৰ্জন আৰু মাৰ-ধৰ কৰাবহে লাগে ॥ ১৭ ॥

তেতিয়া মাৰে শাক্যমুনিৰ শান্তিত ব্যাঘাত জন্মাবলৈ ইচ্ছা কৰি নিজৰ সৈন্যদলক স্মৰণ কৰিলে আৰু পৰ্বত, গছ, খাপৰ, গদা আৰু তৰোৱাল হাতত লৈ নানা আকৃতিৰ অনুচৰবিলাক চাৰিও ফালৰপৰা আহি পৰিল ॥ ১৮ ॥

(সেই সেনাবিলাক আছিল) গাহৰি, মাছ, ঘোঁৰা, গাধ আৰু উটৰ নিচিনা মুখৰ; সেইদৰে বাঘ, ভালুক, সিংহ আৰু হাতীৰ নিচিনা মুখৰ, এচকুৱা, বহুমুখীয়া, তিনি-মূৰীয়া, পেটওলমা আৰু পখৰাপেটীয়া ॥ ১৯ ॥

আঠু আৰু কৰঙণ নোহোৱা কলহৰ নিচিনা (বৃহৎ) আঠুৰ, চোকা দঁতীয়া, তীক্ষ্ণ দীঘলনখীয়া, কোৰোকামুখীয়া (নাৰিকলৰ কোৰোকাৰ নিচিনা মুখ যাৰ তেনেকুৱা) নানা আকৃতিৰ, মুখখনৰ আধা কটা যোৱা আৰু ডাঙৰ ডাঙৰ মুখৰ ॥ ২০ ॥

ছাঁই বৰণীয়া (ক'লা), ৰঙা দাগেৰে চিত্ৰ-বিচিত্ৰ, হাতত খট্টাঙ্গ লোৱা (এবিধ অস্ত্ৰ) কপিলা আৰু ধোঁৱা-বৰণীয়া চুলিৰ, ওলমি পৰা মালা পিন্ধা, হাতীৰ নিচিনা কাণ ওলমি পৰা, জন্তুৰ ছাল পিন্ধা, নঙঠা ॥ ২১ ॥

মুখৰ আধাভাগ বগা, শৰীৰৰ আধাভাগ গাঢ় নীলা, তামবৰণীয়া, ধোঁৱাবৰণীয়া, হালধীয়া, ক'লা, হাতৰ ওপৰত (কান্ধত) সাপৰ উত্তৰীয় ধাৰণ কৰা আৰু বাজি থকা ঘণ্টাযুক্ত মেখলা (কটিসূত্ৰ) পিন্ধা ॥ ২২ ॥



(কিছুমান আছিল) তালগছৰ সমান ওখ, [illegible]ধাৰী, দাঁত দেখিলে ভয়লগা, শিশুৰ নিচিনা সৰু, ভেড়ামুখীয়া, চৰাইচকুৱা, মেকুৰীমুৱা, অথচ মানুহৰ নিচিনা শৰীৰৰ ॥ ২৩ ॥

(কোনো আছিল) চুলিবোৰ আউল জাউল হৈ থকা, মূৰত টিকনি ৰখা, আধা মূৰ খুৰোৱা, ৰঙা কাপোৰ পিন্ধা, সোলোক ঢোলোককৈ পাগ (পাগুৰি) মৰা, হাঁহিমুৱা, খংমুৱা, বল হৰণ কৰি লওঁতা আৰু মন হৰণ কৰি লওঁতা (এনেকুৱা বিবিধ প্ৰকাৰৰ) ॥ ২৪ ॥

সিহঁতৰ কিছুমানে যাওঁতে বৰকৈ (উৰ্দ্ধজাপে) জঁপিয়াইছিল, আন কিছুমানে ইটোৰ ওপৰেদি সিটো পাৰ হৈ গৈছিল, কিছুমানে শূন্যত উঠি খেলা কৰিছিল, কিছুমানেৰা গছৰ ওপৰে ওপৰে বগাই গৈছিল ॥ ২৫ ॥

কোনোৱে ত্ৰিশূল ঘূৰাই নাচিছিল, কোনোৱেবা গদা দলিয়াই জঁপিয়াইছিল, কোনোৱে আনন্দতে ষাঁড়গৰুৰ দৰে নাচিছিল, কোনো কোনোজন লোমবোৰৰ জেউতিৰ দ্বাৰাই (জুই জ্বলাদি) জ্বলি উঠিছিল ॥ ২৬ ॥

এনেকুৱাকৈ ভূতবিলাকে তেওঁক (বুদ্ধক) ধৰিবলৈ আৰু মাৰিবলৈ ইচ্ছা কৰি সিহঁতৰ প্ৰভুৰ আদেশৰ অপেক্ষাত দলে দলে বোধিবৃক্ষৰ গুৰিৰ চাৰিওপিনে বেঢ়ি থিয় হৈ থাকিল ॥ ২৭ ॥

নিশাৰ প্ৰথম ভাগতে শাক্যবংশৰ সেই শ্ৰেষ্ঠ পুৰুষজনাৰ আৰু মাৰৰ মাজত এই যুদ্ধৰ সময় উপস্থিত হোৱা দেখি আকাশ মলিন হৈ পৰিল, পৃথিৱী কঁপি উঠিল আৰু দিশবিলাক সশব্দে জ্বলিপুৰি যাবলৈ ধৰিলে ॥ ২৮ ॥

চাৰিওপিনেদি বৰ বেগেৰে বতাহ ববলৈ ধৰিলে, তৰাবিলাকৰ দীপ্তি নোহোৱা হ'ল, চন্দ্ৰ প্ৰকাশহীন হৈ

পৰিল [illegible]শাই আৰু বেছি অন্ধকাৰ বিস্তাৰ কৰিলে আৰু সকলে[illegible]বলাক সমুদ্ৰ ক্ষুব্ধ ( চঞ্চল ) হৈ উঠিল ॥ ২৯ ॥

পৃথিৱী ধাৰণ কৰি থকা ধৰ্মপৰায়ণ নাগবিলাকে মহামুনি বুদ্ধৰ কাৰ্যত বিঘিনি সহ্য কৰিব নোৱাৰি মাৰৰ প্ৰতি খঙত চকু ঘুৰাই ফোঁপাবলৈ ধৰিলে আৰু হামিয়াবলৈ ধৰিলে ॥ ৩০ ॥

সদ্ধৰ্ম সিদ্ধিৰ অৰ্থে লাগি থকা, শুদ্ধাধিবাস নামৰ দেৱৰ্ষিসকলে মাৰৰ প্ৰতি মনে মনে দয়া প্ৰকাশ কৰিলে, বীতৰাগ ( উদাসীন ) হোৱা হেতুকেহে ( তেওঁবিলাকে মাৰৰ প্ৰতি ) খং নকৰিলে ॥ ৩১ ॥

সেই হিংসাপৰায়ণ মাৰসেনাৰ দ্বাৰা বোধিবৃক্ষৰ ( আহত গছজোপাৰ ) গুৰি আচ্ছন্ন হৈ পৰা দেখি সংসাৰ দুখৰপৰা জীৱলোকৰ মোক্ষ ইচ্ছা কৰা, ধৰ্মাত্মাসকলে অন্তৰীক্ষত ( আকাশত ) হাহাকাৰ কৰি উঠিল ॥ ৩২ ॥

কিন্তু মহৰ্ষিয়ে ( বুদ্ধই ) ধৰ্মাচৰণৰ উপদ্ৰৱ ( বিঘ্ন ) স্বৰূপ মাৰসেনাক তাতে ৰৈ থকা দেখি গৰুৰ মাজত বহি থকা সিংহৰ নিচিনাকৈ বিচলিতো নহল আৰু তেওঁৰ আন কোনো বিকাৰো নঘটিল ॥ ৩৩ ॥

তাৰ পিচত মাৰে সেই সাজু হৈ থকা ভূতসেনাক তেওঁক ( বুদ্ধক ) ভয় দেখুৱাবলৈ আদেশ দিলে। তেতিয়া তেওঁৰ সেই সেনাদলে নিজ নিজ প্ৰভাৱৰ দ্বাৰা তেওঁৰ ধৈৰ্য ভঙ্গ কৰিবলৈ মন কৰিলে ॥ ৩৪ ॥

যাৰ বহু জিভা লক্‌পক্‌কৈ ওলমি আছিল, দাঁতৰ আগ জোঙা আছিল, চকু সূৰ্যমণ্ডলৰ নিচিনা গোলাকাৰ আৰু উজ্জ্বল আছিল আৰু কাণ স্থিৰ আৰু জোঙা শলাৰ নিচিনা আছিল—তেনে কিছুমান ভূতে মুখ মেলি ( তেওঁক ) ভয় দেখুৱাই থিয় হৈ থাকিল ॥ ৩৫ ॥



যিদৰে খেলা কৰা সময়ত উদ্ধত ল'ৰাবিল[illegible] নানা ভাৱ-ভঙ্গীৰে ভয় খুৱালেও তাৰপৰা কোনো লো[illegible] উদ্বিগ্ন বা সন্ত্ৰস্ত নহয়, সেইদৰে তেনেধৰণৰ ৰূপ আৰু ভাৱ-ভঙ্গীৰ দ্বাৰা ভয়ঙ্কৰ ৰূপধৰি থিয় হৈ থকা ভূতবিলাকৰপৰাও সেই মহৰ্ষি উদ্বিগ্ন বা সন্ত্ৰস্ত ( বিচলিত ) নহ'ল ॥ ৩৬ ॥

তেতিয়া কোনোকোনোৱে খঙতে চকু পকাই তেওঁক মাৰিবলৈ গদা তুলি ললে, কিন্তু ( তাহানি ) ইন্দ্ৰৰ হাত যিদৰে বজ্ৰেৰে সৈতে স্তম্ভিত ( অলৰ-অচৰ ) হৈ ৰৈছিল সেইদৰে তাৰ গদাৰে সৈতে স্তম্ভিত ( লৰচৰ কৰিব নোৱাৰা ) হৈ থাকিল ॥ ৩৭ ॥

কোনো কোনো ভূতে শিল আৰু গছ তুলি ললে যদিও মুনিৰ প্ৰতি নিক্ষেপ কৰিবলৈ অক্ষম হ'ল আৰু শিল আৰু গছেৰে সৈতে বজ্ৰপাতত ভাঙি পৰা বিন্ধ্যপৰ্বতৰ শৃঙ্গৰ দৰে বাগৰি পৰিল ॥ ৩৮ ॥

কিছুমানে আকাশলৈ উৰি গৈ শিল, গছ আৰু কুঠাৰ ( তেওঁৰ গালৈ ) পেলাই দিলে হয় কিন্তু সেইবিলাক তললৈ নপৰিল, সন্ধ্যাকালৰ মেঘৰ নানাবৰণীয়া চপৰাবোৰৰ দৰে আকাশত থাকি গ'ল ॥ ৩৯ ॥

আন কোনো কোনো ভূতে পৰ্বতশৃঙ্গৰ সমান বৃহৎ জ্বলন্ত লোহাৰ গোল তেওঁৰ ওপৰলৈ মাৰি পঠিয়ালে; ( কিন্তু ) মাৰি পঠিওৱা মাত্ৰেই সি তেওঁৰ ( শাক্যমুনিৰ ) প্ৰভাৱত আকাশৰ ওপৰতে শতধা খণ্ড-বিখণ্ড হৈ পৰিল ॥ ৪০ ॥

কোনোটো উদয়কালৰ সূৰ্যৰ নিচিনাকৈ জ্বলি উঠিল আৰু আকাশৰ ( ওপৰৰ- )-পৰা কল্পান্তত ( প্ৰলয়কালত ) জ্বলি উঠা মেৰুপৰ্বতে সুবৰ্ণ গুহাবিলাকৰ চূৰ্ণ ( গুৰি ) বৃষ্টি কৰাৰ দৰে জ্বলন্ত অঙঠা বৃষ্টি কৰিব ধৰিলে ॥ ৪১ ॥

সেই বোধিবৃক্ষৰ গুৰিত জুইৰ ফিৰিঙতিৰে সৈতে যি অঙঠাৰ বৰষুণ হৈছিল সি সেই শ্ৰেষ্ঠ ঋষিজনাৰ মৈত্ৰীবিহাৰৰ গুণত ৰঙা পদুমৰ পাহিৰ বৰষুণত পৰিণত হৈছিল ॥ ৪২ ॥

শৰীৰ আৰু মনক দুখিত (সন্তাপিত) কৰা এনেকুৱা সেই জ্বলন্ত এঙাৰবোৰ (গাত) পেলাই দিয়া সত্ত্বেও শাক্য-মুনিয়ে আসনৰপৰা লৰচৰ নকৰিলে, তেওঁৰ নিজৰ দৃঢ় নিশ্চয়কে (প্ৰতিজ্ঞাকে) বন্ধুক আঁকোৱালি লোৱাদি আঁকোৱালি থাকিল ॥ ৪৩ ॥

তেতিয়া আন কিছুমান ভূতে পুৰণি গছৰ (খোৰোঙৰ) দৰে নিজৰ মুখৰপৰা সাপবিলাক বতিয়াই উলিয়ালে। কিন্তু সেই (সাপ) বোৰ তেওঁৰ (শাক্যমুনিৰ) ওচৰত মন্ত্ৰৰ দ্বাৰা ৰুদ্ধ হৈ থকাৰ দৰে থাকিল, ফোপনি এটাও নামাৰিলে, ওপৰলৈ মূৰ কৰিও নুঠিল আৰু লৰচৰো নকৰিলে ॥ ৪৪ ॥

আন কিছুমান ভূতে (মায়া কৰি) বৃহৎ বৃহৎ মেঘ হৈ বিজুলীৰে সৈতে ভয়ঙ্কৰ বজ্ৰপাতৰ (ঢেৰেকনিৰ) শব্দ কৰি সেই গছজোপাৰ (বোধিদ্ৰুমৰ) ওপৰত শিল-বৰষুণ দিবলৈ ধৰিলে। কিন্তু সি (সেই শিল-বৰষুণ) সুন্দৰ পুষ্পবৃষ্টিত পৰিণত হ'ল ॥ ৪৫ ॥

আন কোনোটোৱে ধনুত বাণ জুৰিলে হয় কিন্তু সেই বাণ অক্ষম, অসহিষ্ণু মানুহৰ খং নিজৰ ভিতৰতে জ্বলিপুৰি যোৱাৰ দৰে তাতেই জ্বলি পুৰি গ'ল, তাৰ (ধনুৰ) পৰা ওলাই আগবাঢ়ি যাব নোৱাৰিলে ॥ ৪৬ ॥

আন কোনোৱে মাৰি পঠিওৱা পঞ্চবাণ আকাশতে স্থিৰ হৈ থাকিল, সংসাৰ ভীৰু (মোক্ষাৰ্থী) সাধকৰ ইন্দ্ৰিয় পাঁচোটা যিদৰে বিষয়ভোগত নালাগে সেইদৰে সেই পঞ্চ-বাণো মুনিজনাৰ গাত নালাগিলগৈ ॥ ৪৭ ॥



আন কোনোটোৱে খং কৰি মহৰ্ষিক মাৰিবৰ বাবে গদা লৈ তেওঁৰ পিনে চোঁচামাৰি গ'ল যদিও অন্যায় অপৰাধত প্ৰবৃত্ত মানুহৰ কামনা সিদ্ধ নৌহওঁতেই পতন ঘটাৰ দৰে কামনা সিদ্ধ নৌহওঁতেই সি (বাটতে) বিবশ (ক্লান্ত) হৈ বাগৰি পৰিল ॥ ৪৮ ॥

এজনী মেঘৰ নিচিনা ক'লী তিৰোতাই হাতত মৰা মানুহৰ লাওখোলা লৈ মহৰ্ষিৰ চিত্ত মোহিত কৰিবলৈ আহিল। (কিন্তু) চঞ্চলচিত্ত মানুহৰ বুদ্ধি যিদৰে শাস্ত্ৰত নালাগি অনবৰত অস্থিৰ হৈ ঘূৰি ফুৰে সেইদৰে তাত অনবৰতে অস্থিৰ হৈ ঘূৰি ফুৰিবলৈ ধৰিলে ॥ ৪৯ ॥

কোনোটো ভূতে চকুৰ অগনিৰে তেওঁক (শাক্যমুনিক) দহি (পুৰি ছাই কৰি) পেলাবলৈ ইচ্ছা কৰি বিষধৰ সাপৰ নিচিনা ভয়ঙ্কৰ প্ৰদীপ্ত (তীক্ষ্ণ) দৃষ্টি তেওঁৰ ওপৰত নিক্ষেপ কৰিলে হয় কিন্তু কামপৰায়ণ লোকে বুজাই দিলে কল্যাণৰ পথ চিনি নোপোৱাৰ দৰে সিও তাত বহি থকা ঋষিজনাক দেখা নাপালে ॥ ৫০ ॥

জ্ঞান আৰু সমাধিৰ যোগেদি প্ৰাপ্য মোক্ষধৰ্মক শাৰীৰিক পৰিশ্ৰমৰ দ্বাৰা পাবলৈ ইচ্ছা কৰা লোকৰ দৰে আন এটা ভূতে গধুৰ শিল এটা তুলি লবলৈ চেষ্টা কৰি ভাগৰি পৰিল আৰু তাৰ সকলো উদ্যম বিফল হ'ল ॥ ৫১ ॥

কুকুৰনেচীয়া বাঘ আৰু সিংহৰ নিচিনা আকাৰৰ ভূতে ইমান জোৰে ডাঙৰকৈ চিঞৰিছিল যে সেই চিঞৰত সন্ত্ৰস্ত হৈ চাৰিওফালৰ জীৱ-জন্তুবিলাকে বজ্ৰপাতৰ আঘাতত আকাশ ফালি যোৱা বুলি ভাবি কোঁচমোচ খাই পৰিছিল ॥ ৫২ ॥

আৰু হাতীবিলাকে আৰ্তনাদ কৰি দৌৰি পলাল আৰু লুকাই থাকিলগৈ। আৰু চৰাইবিলাকেও আৰ্তনাদ কৰি কৰি সেই নিশাকালতো দিনত যোৱাৰ দৰে চাৰিওদিশে উৰি যাবলৈ ধৰিলে ॥ ৫৩ ॥

সেই ভূতবিলাকৰ তেনেকুৱা চিঞৰ-বাখৰত সকলো জীৱ-জন্তু ভয়কম্পিত হৈ পৰা সত্বেও কাউৰীৰ চিঞৰত গৰুড়ে ভয়-সঙ্কোচ নকৰাৰ দৰে সেই মুনিজনাই একো ভয় নকৰিলে আৰু সঙ্কোচো নকৰিলে ॥ ৫৪ ॥

সেই ভয়ঙ্কৰ অনুচৰবিলাকক যিমানে মুনিয়ে ভয় নকৰাকৈ থাকিল, ধৰ্মাত্মাসকলৰ শত্ৰু সেই মাৰে শোক আৰু খঙত সিমানে কষ্ট পাবলৈ ধৰিলে ॥ ৫৫ ॥

তাৰ পিচত কোনো এটা বিশিষ্ট জীৱে অদৃশ্যভাৱে আকাশত থাকিয়েই মাৰক এইদৰে কোনো বৈৰভাব নোহোৱা সত্বেও ঋষিজনাৰ প্ৰতি ক্ৰুদ্ধ হৈ (খং কৰি) দ্ৰোহ আচৰণ কৰা দেখি বৰ গম্ভীৰ মাতেৰে ক'লে, ॥ ৫৬ ॥

"হে মাৰ, তুমি বৃথাই (মিছাকৈয়ে) পৰিশ্ৰম কৰিব নালাগে, হিংসাভাব পৰিত্যাগ কৰা, শান্ত হোৱা (শান্তি লাভ কৰা)। মহান সুমেৰু পৰ্বতক যিদৰে বতাহে লৰাব নোৱাৰে সেইদৰে তুমিও এওঁক (মুনিজনাক) (বিচলিত কৰিব) নোৱাৰা ॥ ৫৭ ॥

"অগ্নিয়ে উষ্ণতা (গৰম) এৰিব পাৰে, পানীয়ে দ্ৰৱত্ব (পনীয়াভাব) আৰু পৃথিৱীয়ে স্থিৰত্ব পৰিত্যাগ কৰিব পাৰে তথাপি অনেক কল্প (জন্ম) ধৰি পুণ্যকৰ্ম সঞ্চয় কৰি লোৱা এইজনা পুৰুষে নিজৰ নিশ্চিত ধাৰণা (প্ৰতিজ্ঞা) পৰিত্যাগ নকৰে ॥ ৫৮ ॥



"এওঁৰ যি নিশ্চয় (প্ৰতিজ্ঞা,) যি পৰাক্ৰম, যি তেজ আৰু প্ৰাণীবিলাকৰ প্ৰতি যি দয়া (তাতে বুজা যায় যে) সূৰ্যই অন্ধকাৰ নাশ নকৰাকৈ নেৰাৰ দৰে এওঁ তত্ব (সত্য-জ্ঞান) লাভ নকৰাকৈ নুঠে ॥ ৫৯ ॥

"কাঠ ঘঁহিলে জুই পোৱা যায় আৰু মাটি খানিলে পানী পোৱা যায়। গতিকে প্ৰতিজ্ঞা কৰি লাগি থকা লোকৰ একো অসাধ্য নাই, উচিত মতে কৰিলে (ঠিকমতে যত্ন কৰিলে) সকলোকে কৰিব পাৰি ॥ ৬০ ॥

"ৰাগ (অনুৰাগ-লালসা) আদি (শাৰীৰিক আৰু মানসিক) ৰোগত আতুৰ হৈ থকা জগতৰ (জগদ্‌বাসীৰ) প্ৰতি কৰুণা কৰোঁতা এই মহান বৈদ্যজনাই জ্ঞানৰূপ ঔষধ লাভৰ কাৰণে কষ্ট কৰি আছে; তুমি তাত বিঘিনি নঘটাবা ॥ ৬১ ॥

"পশুৰ জাক হেৰালে ঠিক সন্ধান দিওঁতা লোকক যিদৰে বিচলিত কৰা উচিত নহয়, সেইদৰে অনেক বেয়া পন্থই সংসাৰখনক নহয়, (বিপথেদি) টানি নি থকা সময়ত যিজনে পৰিশ্ৰম কৰি সন্মাৰ্গৰ (আচল পথৰ) অনুসন্ধান কৰিছে তেওঁকো বিচলিত কৰা উচিত নহয় ॥ ৬২ ॥

"সত্ব (ভালভাৱ) বিলাক নষ্ট হোৱাত যি ঘোৰ অন্ধকাৰ হ'ল সেই অন্ধকাৰত এওঁ জ্ঞানৰ প্ৰদীপ স্বৰূপ হৈছে। এন্ধাৰৰ মাজত জ্বলোৱা প্ৰদীপ নুমাবলৈ যত্ন কৰাৰ দৰে ইয়াক (এই জ্ঞান প্ৰদীপটো) নুমাবলৈ যত্ন নকৰিবা ॥ ৬৩ ॥

"সংসাৰৰূপ ঘোৰ বানপানীত ডুবি পাৰ নোপোৱা জগতক উদ্ধাৰ কৰিবলৈ যিজন প্ৰবৃত্ত (যত্নবান) হৈছে কোন আৰ্যলোকে (সজ্জনে) তেওঁৰ অপকাৰ চিন্তা কৰিব ? ॥ ৬৪ ॥

...গছৰ ক্ষমাৰূপ শিপা, ধৈর্যৰূপ মূল ( যাই শিপা ) দৃঢ়ভাবে পোতখাই আছে, চৰিত্ৰ যাৰ ফুল, স্মৃতি আৰু বুদ্ধিয়েই শাখা ( ঠাল ), যি গছে ধৰ্মৰূপ ফল দান কৰে সেই বাঢ়ি অহা জ্ঞানৰূপ গছজোপাক উভালি পেলোৱা উচিত নহয় ॥ ৬৫ ॥

"যিজনে চিত্তৰূপ খুটাত সুদৃঢ় মোহপাশেৰে ( মোহৰূপ জৰীৰে ) বান্ধি থোৱা প্ৰাণীবোৰক মুক্ত কৰি দিবলৈ ইচ্ছা কৰিছে সেই জগতৰ বান্ধ খুলি দিবৰ কাৰণে পৰিশ্ৰম কৰি থকা পুৰুষজনক মাৰি পেলাবলৈ ইচ্ছা কৰাটো তোমাৰ উচিত নহয় ॥ ৬৬ ॥

"বোধৰ ( তত্ত্বজ্ঞানৰ ) অৰ্থে এওঁ ( জন্মজন্মান্তৰত ) যিমান-বোৰ কৰ্ম কৰিছে সেই কৰ্মবিলাক সিদ্ধ বা সফল হবৰ এয়ে ঠিক সময়। কাৰণ, তাহানি ( পুৰণি কালত সিদ্ধ ) মুনিসকলে যেনেকৈ এই ঠাইত ( সিদ্ধি লাভৰ অৰ্থে ) বহিছিল এওঁ তেনেকৈ বহিছে ॥ ৬৭ ॥

"এইখিনি ঠাই ভূমণ্ডলৰ নাভিদেশ, পৃথিৱীৰ সকলো শ্ৰেষ্ঠ প্ৰভাৱ ইয়াতেই গোটখাই আছে। পৃথিৱীত এনেকুৱা আন ঠাই নাই ( যি ঠায়ে ) এওঁৰ সমাধিৰ বেগ ( ভাৰ ) সহ্য কৰিব পাৰে ॥ ৬৮ ॥

"সেইকাৰণে, হে মাৰ, তুমি শোক নকৰিবা, শান্তি লাভ কৰা, তোমাৰ নিজৰ মহিমাৰ (প্ৰভাৱৰ) অভিমান ( গৰ্ব ) হোৱা উচিত নহয়। অনিত্য ঐশ্বৰ্যৰ ওপৰত বিশ্বাস কৰিব নোৱাৰি। অনিশ্চিত পদত থাকি কিয় মদমত্ত হৈছা ?" ॥ ৬৯ ॥

তেতিয়া মাৰে তেওঁৰ সেই কথা শুনি আৰু মহামুনি-জনৰ অচল-অটল ভাব দেখি আৰু যিবিলাক শৰৰ দ্বাৰা জগদ্‌বাসীৰ চিত্ত আহত কৰা হয় সেই শৰবিলাকো ব্যৰ্থ



হোৱাত বিফল প্ৰযত্ন হৈ বিষণ্ণ মনেৰে গুচি গ'ল ॥ ৭০ ॥

তাৰ পিচত তেওঁৰ সেই সেনাদল শিল, অগ্নি...লক আৰু গছ ( আদি অস্ত্ৰবিলাক ) ব্যৰ্থ হৈ পৰাত সিহঁতৰ পৰিশ্ৰম বিফল হৈ যোৱা হেতুকে নিৰুৎসাহ হৈ পৰিল আৰু বিপক্ষৰ দ্বাৰা সেনাপতি নিহত হোৱা শক্ৰসেনাৰ দৰে দিহাদিহি দৌৰি পলাল ॥ ৭১ ॥

পুষ্পকেতু কামদেৱ পৰাজিত হৈ নিজৰ পক্ষপাতি ( অনুচৰ ) বিলাকেৰে সৈতে পলাই যোৱাত আৰু অজ্ঞানৰূপ অন্ধকাৰ বিজয়ী আসক্তিহীন মহৰ্ষিৰ জয়লাভ হোৱাত জোনটিৰে সৈতে আকাশখন হাঁহিমুখীয়া যুৱতীৰ দৰে শোভিত হৈ উঠিল আৰু সুগন্ধি জলেৰে সৈতে মিশ্ৰিত পুষ্পবৃষ্টি হ'বলৈ ধৰিলে ॥ ৭২ ॥

আৰু তেনেকৈ পাপী মাৰ পৰাজিত হৈ যোৱাৰ পিচত দিশবিলাক নিৰ্মল হৈ উঠিল, চন্দ্ৰ অধিক উজ্জ্বল হৈ উঠিল, স্বৰ্গৰপৰা পৃথিৱীত জাকে জাকে পুষ্পবৃষ্টি হ'ল আৰু নিশা নিষ্পাপ তিৰোতাজনীৰ দৰে সুন্দৰ হৈ উঠিল ॥ ৭৩ ।

শ্ৰীমহামণ্ডলেশ্বৰৰ মন্ত্ৰী অশ্বঘোষ ৰচিত 'বুদ্ধচৰিত' মহা-কাব্যৰ 'মাৰ পৰাজয়' নামেৰে ত্ৰয়োদশ সৰ্গ ...তে সমাপ্ত হ'ল ॥

# চতুৰ্দশ সৰ্গ

## বুদ্ধত্ব প্ৰাপ্তি

ধৈৰ্য আৰু শান্তিৰ ( বৈৰাগ্য ) দ্বাৰা মাৰসেনাক পৰাজিত কৰাৰ পিচত সেই ধ্যাননিপুণ মুনিজনাই পৰমাৰ্থ ( পৰমতত্ত্ব ) উপলব্ধি কৰিবলৈ ধ্যান কৰিবলৈ ধৰিলে ॥ ১ ॥

সকলো প্ৰকাৰৰ ধ্যান বিধিত সম্পূৰ্ণ প্ৰভুত্ব ( দক্ষতা ) লাভ কৰাৰ পিচত নিশাৰ প্ৰথম প্ৰহৰতে তেওঁ ইটোৰ পিচত সিটোকৈ হৈ যোৱা পূৰ্বজন্মবিলাক স্মৰণ কৰিলে ( সকলোবোৰ পূৰ্বজন্মৰ ঘটনা তেওঁৰ মনত পৰিল ) ॥ ২ ॥

"পৰলোকত ( আগৰ জন্মত ) মই এই আছিলোঁ, তাৰপৰা চ্যুত হৈ ( নামি ) ইহলোকলৈ আহিছোঁ ( এই জন্ম লৈছোঁহি )" এনেকৈ প্ৰত্যক্ষ অনুভৱ কৰাৰ দৰে আগৰ সহস্ৰ সহস্ৰ জন্মৰ কথা তেওঁৰ মনত পৰিল ॥ ৩ ॥

সেই সেই জন্মবোৰত হোৱা, জন্ম আৰু মৃত্যুৰ কথা স্মৰণ কৰাৰ ফলত তেওঁৰ মন কৰুণাৰে ভৰি উঠিল আৰু প্ৰাণীবোৰৰ প্ৰতি দয়া উপজিল ॥ ৪ ॥

এই পৃথিৱীত আত্মীয়-স্বজনক এৰি পুনৰ আন ঠাইত ( জন্ম লৈ ) নানাপ্ৰকাৰ কৰ্ম কৰা হয়। এই সংসাৰৰ ৰক্ষা নাই ( বিৰাম নাই ), ই চকাৰ দৰে ঘূৰি আছে ॥ ৫ ॥

এনেকুৱাকৈ ( পূৰ্বজন্মৰ কথা ) স্মৰণ কৰাৰ ফলত সেই জিতেন্দ্ৰিয় পুৰুষজনাৰ সংসাৰখন কলগছৰ গৰ্ভৰ ( ভিতৰ ভাগৰ ) নিচিনা সাৰহীন বুলি নিশ্চিত ধাৰণা ( দৃঢ়জ্ঞান ) উপজিল ॥ ৬ ॥



নিশা দ্বিতীয় প্ৰহৰ আৰম্ভ হ'লত সেই [illegible] দ্বিতীয় পৰাক্ৰমী, সূক্ষ্ম দৃষ্টিমানসকলৰ ভিতৰত শ্ৰেষ্ঠ মুনি[illegible] পৰম দিব্যচক্ষু ( সৰ্বশ্ৰেষ্ঠ অলৌকিক দৃষ্টি ) লাভ কৰিলে ॥ ৭ ॥

তাৰপিচত সেই সৰ্বতোভাৱে বিশুদ্ধ ( দোষমুক্ত ) দিব্যচকুৰে নিৰ্মল দৰ্পণত দেখাৰ দৰে সমগ্ৰ ব্ৰহ্মাণ্ডখন ( স্পষ্টভাৱে ) দেখা পালে ॥ ৮ ॥

নিকৃষ্ট আৰু উৎকৃষ্ট কৰ্ম আচৰণ কৰা প্ৰাণীবিলাকৰ অৱনতি আৰু উন্নতি সাক্ষাততে দেখা পাই তেওঁৰ কৰুণা ভাব ( দয়া ) বাঢ়িবলৈ ধৰিলে ॥ ৯ ॥

এই দুষ্কৰ্ম ( পাপকৰ্ম ) আচৰণ কৰা প্ৰাণীবিলাকে দুৰ্গতি ভোগ কৰিব ধৰিছে আৰু আন কিছুমান শুভকৰ্ম ( পুণ্যকৰ্ম ) আচৰণ কৰা জীৱ স্বৰ্গত প্ৰতিষ্ঠিত হৈছে ॥ ১০ ॥

হায়! অতি ভয়ানক, অতিশয় দাৰুণ ( নিষ্ঠুৰ ) নৰকত পৰি থাকি এই ( দুষ্কৰ্মকাৰী ) বিলাকে নানাপ্ৰকাৰ দুখ-যন্ত্ৰণাত পীড়িত হ'ব লাগিছে ॥ ১১ ॥

কিছুমানক জুইৰ নিচিনা ৰঙা হৈ থকা গলোৱা লোহাৰ ৰস ( পনীয়া লোহা ) পি খাবলৈ দিয়া হৈছে, হুৰাওৱাৰে কান্দি থকা আন কিছুমানক অত্যন্ত তপত লোহাৰ খুটাৰ ওপৰত বহুৱাই দিয়া হৈছে ॥ ১২ ॥

কিছুমানক লোহাৰ হাড়িত তলমূৰকৈ পেলাই দি পিঠা ভজাদি ভাজিব লাগিছে, কিছুমানক বা জ্বলি থকা অঙঠাৰ দ'মৰ মাজত দি করুণভাৱে ( দেখিলে দুখ লগাকৈ ) পুৰিবলৈ ধৰিছে ॥ ১৩ ॥

কিছুমানক নিষ্ঠুৰ কুকুৰবোৰে লোহাৰ দৰে তীক্ষ্ণ দাঁতেৰে ( কামুৰি ) খাব লাগিছে, কিছুমানক বা নিৰ্মম যেন

কাউৰী... লোহাৰ দৰে কঠিন ঠোঁটেৰে খুটিয়াই খাব লাগিছে ॥ ১৪ ॥

কিছুমানে পোৰণিত ৰক্ষা নাপাই শীতল ছায়াত জিৰাবলৈ ইচ্ছা কৰে কিন্তু সেইবিলাক আনে বান্ধি নি সোমাই দিয়াৰ দৰে নীল, অসিপত্ৰ (যি বনৰ পাতবোৰ তীক্ষ্ণ ছুৰীৰ দৰে ধাবাল) বনৰ মাজত সোমাই পৰেগৈ ॥ ১৫ ॥

কিছুমানক হাতত বান্ধি লৈ কুঠাৰেৰে কাঠ ফলাদি ফালি পেলোৱা হৈছে। (পূৰ্বে কৰা) কৰ্মই প্ৰাণটো ধৰি ৰাখে কাৰণে এই প্ৰাণীবোৰ দুখ পালেও নমৰে ॥ ১৬ ॥

সুখ লাভ হব বুলি ভাবি দুখ নিবৃত্তিৰ অৰ্থে যি কৰ্ম কৰা হৈছিল তাৰ এয়ে ফল যে অসহায়ভাৱে (নিৰুপায় হৈ) দুখহে ভোগ কৰিব লগাত পৰিছে ॥ ১৭ ॥

এই যে প্ৰাণীবিলাকে সুখ লাভৰ উদ্দেশ্যে অশুভ কৰ্ম কৰি অত্যন্ত দুখ-যন্ত্ৰণা ভোগ কৰিব লাগিছে সেই (সুখৰ) আস্বাদে (সোৱাদে) এওঁলোকক অলপমানো সুখ দিয়েনে ? ॥ ১৮ ॥

পাপীলোকে হাঁহি হাঁহি যি পাপকৰ্ম কৰিছিল কাল পূৰ্ণ হোৱাত সেই কৰ্মৰ ফল কান্দি কান্দি ভোগ কৰিব লাগিছে ॥ ১৯ ॥

পাপকৰ্ম কৰা প্ৰাণীবিলাকে যদি এনেকৈ (মই দেখাৰ দৰে) (পাপ) কৰ্মবিলাকৰ ফল নিজে প্ৰত্যক্ষভাৱে দেখিলেহেঁতেন তেন্তে মৰ্মস্থানত আঘাত পোৱালোকৰ দৰে গৰম তেজ বতিয়ালেহেঁতেন ॥ ২০ ॥

আন কিছুমান দুৰ্ভগীয়াই চিত্ত-চাঞ্চল্যৰ কাৰণে বিবিধ প্ৰকাৰ কৰ্ম কৰি (কৰ্মৰ ফলত) পশু-পক্ষী আদি নানাপ্ৰকাৰ হীন যোনিত জন্ম লৈছে ॥ ২১ ॥



সেই হীন যোনিত জন্ম লোৱা প্ৰাণীক ...বশতঃ আৰু মদগৰ্ব স্বভাৱৰ কাৰণে মাংস, চামৰা, লোম ... দাঁতৰ অৰ্থে সিহঁতৰ বন্ধু-বান্ধৱে চাই থকা অৱস্থাতে কৰুণভাৱে বধ কৰা হয় ॥ ২২ ॥

আৰু গৰু বা ঘোঁৰা হৈ ওপজাবিলাকক ভোক পিয়াহ তথা পৰিশ্ৰমত পীড়িত, অৱশ (কাতৰ) আৰু কামত অসমৰ্থ হৈ পৰিলেও এছাৰিৰে কোবাই শৰীৰ ক্ষত-বিক্ষত কৰি বাই (কামত খটুৱাই) থাকে ॥ ২৩ ॥

হাতী হৈ জন্ম লওঁতাবিলাক বেছি বলবান যদিও দুৰ্বলবিলাকেও মূৰত অঙ্কুশেৰে আঘাত কৰি (আকুঁহিৰে খুচি) তাক ভৰিৰ গোবোৱাৰেই মৰিয়াই চলাই নিয়ে ॥ ২৪ ॥

পশু-পক্ষী হৈ জন্মগ্ৰহণ কৰাত আন অনেক দুখ আছে যদিও তাৰে ভিতৰত পৰস্পৰ (ইটোৰ লগত সিটোৰ) বিৰোধৰ (শত্ৰুতাৰ) কাৰণে আৰু পৰাধীনতাৰ কাৰণে হোৱা দুখেই বিশেষ দুখ ॥ ২৫ ॥

আকাশচাৰীবিলাকক আকাশচাৰীবিলাকেই উৎপীড়ন কৰে, সেইদৰে জলচৰক জলচৰে, স্থলচৰক স্থলচৰে, পৰস্পৰে পৰস্পৰক উৎপীড়ন কৰে ॥ ২৬ ॥

সেইদৰে মাৎসৰ্য (আনৰ সুখ সহ্য কৰিব নোৱাৰা) দোষৰ দ্বাৰাই চিত্ত দূষিত হোৱাৰ কাৰণে এইবিলাক প্ৰাণীয়ে আলোকহীন (অন্ধকাৰময়) প্ৰেতলোকত জন্ম লৈ দীনভাৱে নিজৰ কৰ্মফল ভোগ কৰে ॥ ২৭ ॥

বেজীৰ সুৰুঙাৰ নিচিনা সৰু মুখৰ অথচ পৰ্বতৰ নিচিনা বৃহৎ পেটৰ এই দুখভাগী প্ৰাণীবিলাকে ভোক-পিয়াহৰ দুখত যন্ত্ৰনা পায় (পীড়িত হয়) ॥ ২৮ ॥

নি... ...ৰ্মই জীয়াই ৰখা এই (সূচীমুখ-বেজীমুৱা) প্ৰাণীবি...কে আশাৰ বশৱৰ্ত্তী হৈ দলিয়াই পেলোৱা অপৱিত্ৰ বস্তুও খাবলৈ নাপায় ॥ ২৯ ॥

যদি জীৱে মাৎসৰ্যৰ ফল এনেকুৱা বুলি জানিলেহেঁতেন তেন্তে শিবিৰজাৰ নিচিনাকৈ নিজৰ শৰীৰৰ অঙ্গবিলাকো সকলো প্ৰকাৰে দান কৰি দিলেহেঁতেন ॥ ৩০ ॥

আকৌ আন কিছুমান প্ৰাণীয়ে মনুষ্যলোকত নৰকতুল্য গৰ্ভনামৰ অপৱিত্ৰ হ্ৰদত পৰি দুখ পাব লাগিছে ॥ ৩১ ॥

ওপজাৰ মুহূৰ্ত্ততে প্ৰথমে ইহঁতক (ধাই আদিয়ে) কৰ্কশ হাতেৰে ধৰে গতিকে তীক্ষ্ণ অস্ত্ৰৰ দ্বাৰা (শৰীৰটো) কাটি পেলোৱা যেন (কষ্ট) পায় আৰু আতুৰ হৈ কান্দে ॥ ৩২ ॥

আত্মীয়-স্বজনবিলাকে মৰমেৰে লৈ থৈ (তুলিতালি) ঠিকমতে পালন কৰি ডাঙৰ দীঘল কৰে যদিও এওঁলোকে নিজৰ কৰ্মৰ ফলত নানা প্ৰকাৰৰ দুখ-বেদনাত কষ্ট ভোগ কৰে ॥ ৩৩ ॥

বুঢ়া অৱস্থাত তেওঁলোকে অধিক তৃষ্ণাৰ (লালসাৰ) কাৰণে "ইটো কৰিব লাগে, সিটো কৰিব লাগে" এনেকুৱাকৈ দিনে-নিশাই চিন্তাৰ ঢউত ডুব গৈ ককৃবকাই থাকে ॥ ৩৪ ॥

আন কিছুমান শুভকৰ্মৰ দ্বাৰা পুণ্য সঞ্চয় কৰি লোৱা প্ৰাণী (সেই পুণ্যৰ ফলত) স্বৰ্গলৈ যায় কিন্তু (তালৈ গৈয়ো) জ্বলা জুইত পুৰি মৰাৰ দৰে কামনাৰ জ্বালাত দগ্ধ হৈ থাকে ॥ ৩৫ ॥

কামোপভোগত তৃপ্তিলাভ কৰাৰ আগেয়ে (অতৃপ্ত অৱস্থাতে) এওঁলোকৰ মালা লেৰেলি যায় আৰু সেই প্ৰাণীবিলাক নিস্তেজ আৰু অত্যন্ত শোকাকুল হৈ ওপৰৰ পিনে চাই চাই অধঃপতিত হয় (স্বৰ্গৰপৰা চ্যুত হয়) ॥ ৩৬ ।



সেই অপ্সৰা (অপেস্বৰা) বিলাকৰ প্ৰি...লোকসকল যেতিয়া অনাথ (অসহায়) হৈ দীনভাবে (স্বৰ্গৰ...) পৰি যায় তেতিয়া সেই অপ্সৰাবিলাকে কাতৰ হৈ তেওঁলোকৰ কাপোৰত ধৰি হেঁপাহেৰে চাই থাকে ॥ ৩৭ ॥

স্বৰ্গৰপৰা পৰি যোৱা নিজৰ প্ৰিয়তমক ৰক্ষা কৰিবলৈ উদ্যত হৈ অপেস্বৰাবিলাকো তললৈ পৰি যায়। সেই পৰিযোৱা অৱস্থাত তেওঁবিলাকক (আকাশৰপৰা) সৰি পৰা তৰা যেন দেখি ॥ ৩৮ ॥

বিচিত্ৰ মালাৰে. বিভূষিতা কিছুমান অপ্সৰাই তাতে (স্বৰ্গত) থাকিয়ে নিজৰ বিপদগ্ৰস্ত প্ৰিয়তমক কেৱল সহজ নয়নেৰে অনুকৰণ কৰে ॥ ৩৯ ॥

আন কিছুমান অপ্সৰাৰ (স্বৰ্গৰপৰা) পৰি যোৱা প্ৰেমিকৰ প্ৰতি স্নেহবশতঃ মুখ চকুলোৰে তিতি যায় আৰু মানসিক যন্ত্ৰণাত অত্যন্ত পীড়িত হৈ তেওঁবিলাকে হাতেৰে বুকুত আঘাত কৰে ॥ ৪০ ॥

সেই প্ৰাণীবিলাকে পৰিবৰ সময়তো শোকাৰ্ত (শোকাতুৰ) হৈ 'হা চৈত্ৰৰথ, হা প্ৰিয়ে, হা মন্দাকিনী, হা মেৰু' এইবুলি অতি দীনভাবে কান্দে ॥ ৪১ ॥

এইদৰে কষ্টৰ দ্বাৰা লাভ কৰা (উপাৰ্জিত) হলেও দেৱলোক (স্বৰ্গভোগ) অনিশ্চিত, ক্ষণিক আৰু বিয়োগৰ দ্বাৰা (অৱশ্যম্ভাৱী বিয়োগ আছে হেতুকে) দুখপ্ৰদ ॥ ৪২ ॥

এইটো জগতৰ নিয়ম আৰু এয়ে নিশ্চিত স্বভাৱ। তথাপি প্ৰাণীবিলাকে ইয়াৰ এনেকুৱা স্বৰূপ নেদেখে (বুজি নাপায়) ॥ ৪৩ ॥

যিসকল জিতেন্দ্ৰিয় (ইন্দ্ৰিয় সংযমী) লোকেও "স্বৰ্গ শাশ্বত (অবিনশ্বৰ)" এনেকুৱা নিশ্চিত ধাৰণা লৈ তালৈ

গৈছিল [illegible] লাকবো সেই সকলো মনৰ আশা বিফল হৈছে আৰু সেইকাৰণে তেওঁবিলাকেও দুখ পাই ( স্বৰ্গৰপৰা ) তলত পৰি গৈছে ॥ ৪৪ ॥

নৰকত দুখ-যন্ত্ৰণা বেছি, পশু জন্মত পৰস্পৰে খোৱা-খুই ( ইটোৱে সিটোক খায় ), প্ৰেতলোকত ক্ষুধা-তৃষ্ণা ( ভোক-পিয়াহ ) আৰু মনুষ্য লোকত তৃষ্ণাৰ ( লালসাৰ ) দুখ যথেষ্ট আছে ॥ ৪৫ ॥

ইয়াতে ( মনুষ্য লোকতে ) হওক, স্বৰ্গতে হওক বা নৰকতে হওক, পুনঃ পুনঃ জন্ম আৰু মৃত্যু আছেই । এইদৰে সততে ঘূৰি ফুৰা জীৱৰ আচলতে ( ক'তোৱেই ) সুখ নাই ॥ ৪৬ ॥

এই সংসাৰ চক্ৰৰ কোনো আধাৰ ( ধাৰক ) নাই, ই অত্যন্ত তীব্ৰগতিত ঘূৰি আছে । এই জীৱলোক তাৰ (সংসাৰচক্ৰৰ) অধীন গতিকে সি ( জীৱলোকে ক'তোৱেই) বিশ্ৰামৰ স্থান নাপায় ॥ ৪৭ ॥

এইদৰে তেওঁ দিব্যচক্ষুৰ দ্বাৰা পাঁচবিধ ( স্বৰ্গলোক, মনুষ্যলোক, প্ৰেতলোক, পশু-পক্ষীলোক আৰু নৰকলোক) জীৱলোক দেখা পালে । কিন্তু সেইবোৰত কলগছৰ ভিতৰৰ নিচিনা কোনো সাৰ ( স্থায়ী বস্তু ) দেখা নাপালে ॥ ৪৮ ॥

আধাৰাতি অতীত হোৱাৰ পিচত সেই শ্ৰেষ্ঠ ধ্যানী পুৰুষজনাই জগতৰ তত্ত্ব ( আচল স্বৰূপ ) জানিবৰ ইচ্ছাৰে সকলো ইন্দ্ৰিয় আদি অজ্ঞ ( জড় ) বস্তুবিলাকক সংযত কৰি সত্ত্বস্থ ( কেৱল স্বৰূপস্থ ) হৈ ধ্যান কৰিবলৈ ধৰিলে ॥ ৪৯ ॥

হায় ! জীৱলোকে ক'তো শান্তি আৰু স্থিৰতা লাভ কৰিব নোৱাৰে ; পুনঃ পুনঃ জন্মে, বুঢ়া হয়, আৰু মৰে ॥ ৫০ ॥



নিশ্চয় ( সঁচাকৈয়ে ) মানুহৰ দৃষ্টি কাম [illegible] মোহৰূপ অন্ধকাৰৰ দ্বাৰা আচ্ছন্ন হৈ ( ঢাক খাই ) আছে, গতিকে এই ( সংসাৰৰূপ ) মহাদুখৰপৰা বাহিৰ ওলাই যাবলৈ ভাল পথ ( ঠিক বাট ) দেখা নাপায় ॥ ৫১ ॥

আচলতে এইবিলাক একোৱেই নহয় ; যাৰ অস্তিত্ব কেৱল জৰা, মৰণ আৰু দুখৰ কাৰণেহে—তেওঁ এইদৰে চিন্তা কৰিবলৈ ধৰিলে ॥ ৫২ ॥

জ্ঞানীশ্ৰেষ্ঠ শাক্যমুনিয়ে সত্যৰ ভিতৰত প্ৰৱেশ কৰি বুজি পালে যে জন্ম থকাৰ কাৰণেহে জৰা আৰু মৃত্যু হয়, অন্য কাৰণে নহয় ( জন্মই জৰা আৰু মৃত্যুৰ কাৰণ, আন একো নহয় ) ॥ ৫৩ ॥

"মূৰ থাকিলেহে মূৰৰ বিষ হয়, গছ থাকিলেহে তাক কাটি পেলোৱা সম্ভৱপৰ" এইদৰে সেই মুনিশ্ৰেষ্ঠই অন্তৰ্দৃষ্টিৰ দ্বাৰা সকলো সত্য দৰ্শন কৰিলে ॥ ৫৪ ॥

জন্মৰ কাৰণ কি হ'ব পাৰে এই বিষয়ে মুনিয়ে একান্তমনে চিন্তা ( ধ্যান ) কৰিবলৈ ধৰিলে । তাৰ পিচত তেওঁ জন্মৰ কাৰণ কৰ্ম আৰু ভয়ক ( কৰ্মবাসনাক ) দেখা পালে ॥ ৫৫ ॥

তেওঁ অন্তৰাত্মাৰ দ্বাৰা ( অন্তৰ্দৃষ্টিৰে ) দেখা পালে যে কৰ্মৰ দ্বাৰাহে প্ৰবৃত্তি হয় ; প্ৰকৃতিৰ দ্বাৰাও নহয়, কৰ্তাৰ অভাৱৰ দ্বাৰাও নহয় আৰু আত্মাৰ দ্বাৰাও নহয় ॥ ৫৬ ॥

বাঁহৰ প্ৰথম ( গুৰিৰ ) গাঁথিটো কৌশলেৰে ফালব পাৰিলে বাকীবোৰ সহজে ( অলপ যত্নৰেই ) ফলা যায় ; সেইদৰে তেওঁৰ জ্ঞান বাঢ়িবলৈ ধৰিলে ( জন্মৰ কাৰণ সম্পৰ্কে হোৱাৰ পিচত আনবিলাকৰ কাৰণ সম্পৰ্কেও জ্ঞান হবলৈ ধৰিলে ) ॥ ৫৭ ॥

তা... ত মুনিজনাই যত্নপূর্বক সেই ভয়ৰ কাৰণৰ বিষয়ে ধ্যান কৰিবলৈ ধৰিলে আৰু তেওঁ উপাদানত ভয়ৰ কাৰণ নিহিত থকা দেখা পালে ॥ ৫৮ ॥

যিদৰে খৰিৰপৰা (কাঠৰপৰা) জুই হয়, ইহলোকত জীৱনৰ নানাবিধ ব্ৰত, শীল আৰু কৰ্ম এইবোৰ উপাদানৰ পৰাই ওপজে ॥ ৫৯ ॥

এই জগতত উপাদান কি কাৰণৰপৰা উৎপন্ন হয় ? এইবিষয়ে চিন্তা কৰি তেওঁ একমাত্ৰ তৃষ্ণাকে সময়ত দেখা পালে (তৃষ্ণাই উপাদানৰ কাৰণ বুলি বুজি পালে) ॥ ৬০ ॥

বতাহৰ সহায়ত যিদৰে অৰণ্যত জুইৰ ফিৰিঙতি বাঢ়ি যায় সেইদৰে তৃষ্ণাৰ সহায়ত কামনা কৰ্মৰূপ অৰণ্যত বাঢ়ি গৈ থাকে ॥ ৬১ ॥

এই তৃষ্ণা কি কাৰণে ওপজে সেইবিষয়ে তেওঁ পুনৰ্বাৰ ধ্যান কৰিবলৈ ধৰিলে । তাৰ পিচত ঠিকমতে (একাগ্ৰমনে) ধ্যান কৰি তেওঁ বেদনাকে (অনুভূতি) তৃষ্ণাৰ কাৰণ বুলি বুজি পালে ॥ ৬২ ॥

এই বেদনাৰ দ্বাৰা আকৃষ্ট হৈহে জীৱলোক তৃপ্তিৰ অৰ্থে দৌৰে । কাৰণ পিয়াহত আকুল হৈহে মানুহে পানী বিচাৰে, আন কাৰণে নহয় ॥ ৬৩ ॥

আকৌ সেই জিতেন্দ্ৰিয় মুনিয়ে বেদনাৰ মূল কাৰণ জানিবৰ অৰ্থে পুনৰ্বাৰ ধ্যান কৰিবলৈ ধৰিলে। তাৰ পিচত সেই বেদনাৰ অন্তকাৰী মুনিয়ে স্পৰ্শৰ ভিতৰত বেদনাৰ সোঁত দেখা পালে ( স্পৰ্শকে বেদনাৰ কাৰণ বুলি বুজিলে ) ॥ ৬৪ ॥

ইন্দ্ৰিয়, বিষয় আৰু মনৰ সংযোগকে ( সম্বন্ধকে ) স্পৰ্শ বুলি কোৱা হয় । অৰণ্যৰ ( কাঠৰ ) পৰা যিদৰে জুই ওপজে সেইদৰে তাৰ ( স্পৰ্শৰ ) পৰা বেদনা ওপজে ॥ ৬৫ ॥



পুনৰ্বাৰ স্পৰ্শৰো কাৰণৰ বিষয়ে এক... ধ্যান কৰি সেই লোকবেত্তাসকলৰ ভিতৰত শ্ৰেষ্ঠ তেওঁ সংসাৰৰ আয়তন (জ্ঞানেন্দ্ৰিয়) ছটাকে স্পৰ্শৰ কাৰণ বুলি জানিব পাৰিলে ॥ ৬৬ ॥

অন্ধ মানুহে ঘট নেদেখে, কাৰণ ঘট তেওঁৰ চকুৰ লগত যুক্ত হোৱা নাই ( ঘটৰ লগত তেওঁৰ চকুৰ সম্বন্ধ ঘটা নাই ) । সেইকাৰণে আয়তনবিলাক থাকিলেহে স্পৰ্শৰ উৎপত্তি হব পাৰে ॥ ৬৭ ॥

তাৰ পিচত সেই তত্ত্বৰ পুৰুষজনে ষড়ায়তনৰ ( ছটা জ্ঞানেন্দ্ৰিয়ৰ ) কাৰণৰ বিষয়ে অনবৰত (একাগ্ৰভাবে) চিন্তা (ধ্যান) কৰি বুদ্ধিৰ দ্বাৰা নাম ৰূপকে ষড়ায়তনৰ কাৰণ বুলি বুজিলে ॥ ৬৮ ॥

অঙ্কুৰ ( গজালি ) থাকিলেহে ডাল-পাত ওলাব পাৰে; সেইদৰে নাম আৰু ৰূপ থাকিলেহে তাৰপৰা নিশ্চয় আয়তনৰ উৎপত্তি হয় ॥ ৬৯ ॥

তাৰ পিচত তেওঁ নাম ৰূপৰ কাৰণৰ বিষয়ে পুনঃ ধ্যান কৰিবলৈ ধৰিলে আৰু তেতিয়া জ্ঞান পাৰদৰ্শী মুনিয়ে নাম-ৰূপৰ মূলত (নাম-ৰূপৰ মূল কাৰণ ৰূপে) থকা বিজ্ঞানক দেখা পালে ॥ ৭০ ॥

বিজ্ঞানৰ উদয় হলেহে নাম আৰু ৰূপৰ উদয় হয়, কাৰণ এই লোকত ভালকৈ বিকশিত হোৱা ( ফুলি উঠা ) বীজৰ ( গুটিৰ ) পৰাহে অঙ্কুৰ ওলায় ॥ ৭১ ॥

বিজ্ঞান ক'ৰপৰা ওপজে এইবিষয়ে আকৌ চিন্তা কৰি তেওঁ তাক ( বিজ্ঞানৰ ) নাম-ৰূপক আশ্ৰয় কৰি ওপজা দেখা পালে ॥ ৭২ ॥

এই... তনমিত্ত (কাৰণ) আৰু নৈমিত্তিকৰ (কাৰ্যৰ) ক্ৰম জনাৰ পিচত তেওঁৰ মন তাতেই স্থিৰভাৱে সঞ্চৰণ কৰি থাকিল আৰু আন বিষয়ৰ পিনে (অগ্ৰসৰ হৈ) নগ'ল ॥ ৭৩ ॥

বিজ্ঞানেই প্ৰত্যয় (কাৰণ), তাৰপৰাই নাম-ৰূপৰ উদ্ভৱ হয় আৰু নাম-ৰূপেই বিজ্ঞানৰ আধাৰ; কাৰণ বিজ্ঞান তাকেই (নাম-ৰূপকে) আশ্ৰয় কৰি উৎপন্ন হয় ॥ ৭৪ ॥

পানীত নাৱে মানুহক নিয়ে আৰু স্থলত নাৱক মানুহে নিয়ে। সেইদৰে বিজ্ঞান আৰু নাম-ৰূপৰ এটাক আনটোৰ কাৰণ বুলি ধৰা হয় ॥ ৭৫ ॥

তপত লোই তৃণ পুৰি পেলায় আৰু জ্বলি উঠা তৃণে লোহা তপত কৰে; সেইদৰে বিজ্ঞান আৰু নাম-ৰূপৰ পৰস্পৰৰ (ইটোৰ লগত আনটোৰ) কাৰ্য-কাৰণ ভাবৰ সম্বন্ধ ঘটে ॥ ৭৬ ॥

বিজ্ঞানৰপৰা নাম আৰু ৰূপ হয়, তাৰ (নাম-ৰূপৰ) পৰা আয়তন (ছটা ইন্দ্ৰিয়) হয়, সেই আয়তনৰপৰা স্পৰ্শ (বিষয়েন্দ্ৰিয় সম্বন্ধ) হয়, ইয়াকে সেই তত্ত্বজ্ঞসকলৰ ভিতৰত শ্ৰেষ্ঠ পুৰুষজনে ধ্যানৰ যোগেদি জানিব পাৰিলে ॥ ৭৭ ॥

স্পৰ্শৰপৰা বেদনা (সুখ-দুখৰ অনুভূতি) জন্মে, তাৰ (বেদনাৰ)-পৰা তৃষ্ণা (বিষয়ভোগৰ আকাঙ্ক্ষা) ওপজে, তাৰ পিচত তাৰ (তৃষ্ণাৰ)-পৰা উপাদান (ওপজাৰ প্ৰবৃত্তি ?) জন্মে, তাৰ (উপাদানৰ)-পৰা ভৱৰ জন্ম হয় ॥ ৭৮ ॥

তেওঁ ভৱৰপৰা জন্ম হয় আৰু জন্মৰপৰা জৰা আৰু মৃত্যু হয় বুলি বুজিলে। এইদৰে তেতিয়া তেওঁ প্ৰত্যয়-বিলাকৰ (কাৰণ)-পৰা ভৱৰ (সংসাৰৰ) উদ্ভৱ হয় বুলি ঠিকমতে বুজিলে ॥ ৭৯ ॥



তেওঁৰ এইটো নিশ্চিত ধাৰণা হ'ল ... ৰ বিনাশ (আত্যন্তিক অভাৱ) হলেহে জৰা-মৃত্যুৰ নিৰোধ হব পাৰে, আন কোনো প্ৰকাৰে সেইটো সম্ভৱপৰ নহয় আৰু ভৱৰ বিনাশ ঘটিলেহে জন্মৰ বিনাশ হব পাৰে ॥ ৮০ ॥

উপাদানৰ নিৰোধ হলেহে নিশ্চিতভাৱে নিৰোধ হব পাৰে। এনেকৈ ধ্যান কৰোঁতে কৰোঁতে তেওঁৰ অন্তৰৰ বোধ (অন্তৰ্দৃষ্টি) বাঢ়ি গ'ল ॥ ৮১ ॥

তৃষ্ণাৰ নিৰোধ (আত্যন্তিক অভাৱ) ঘটিলে তৎক্ষণাৎ উপাদানৰ নিৰোধ ঘটে আৰু বেদনাৰ নিৰোধ হলে তৃষ্ণাৰ অস্তিত্ব নোহোৱা (নিৰোধ) হয় ॥ ৮২ ॥

স্পৰ্শৰ ঠিকমতে বিনাশ ঘটিলে তাৰ লগে লগে নিশ্চয় বেদনাৰ বিনাশ ঘটে আৰু ষড়ায়তনৰ বিনাশ সম্পূৰ্ণভাৱে ঘটিলে স্পৰ্শ নোহোৱা হৈ যায় ॥ ৮৩ ॥

নাম-ৰূপৰ নিৰোধ হলে ষড়ায়তনৰ সম্পূৰ্ণ বিনাশ ঘটে আৰু সেইদৰে বিজ্ঞানৰ নিৰোধ (বিনাশ) হলে নাম আৰু ৰূপৰ বিনাশ (নিৰোধ) হয় ॥ ৮৪ ॥

সংস্কাৰৰ নিৰোধ (আত্যন্তিক অভাৱ) ঘটিলে বিজ্ঞানৰ সম্পূৰ্ণ নিৰোধ (অভাৱ) ঘটে। এইদৰে সেই মুনিয়ে এটাক আনটোৰ কাৰণ বুলি জানিব পাৰিলে ॥ ৮৫ ॥

অবিদ্যা নোহোৱা হলে সমগ্ৰ সংস্কাৰ সম্পূৰ্ণভাৱে ক্ষয়প্ৰাপ্ত হয়। এইদৰে জানিবলগীয়া সকলোখিনি জানি তেওঁ বুদ্ধ (পৰমজ্ঞানী) হৈ (ধ্যানৰপৰা) ওলাল ॥ ৮৬ ॥

সংসাৰত ভিতৰে বাহিৰে ক'তো তেওঁ আত্মাক দেখা নাপালে আৰু অষ্টাঙ্গ মাৰ্গৰ দ্বাৰা পৰম শান্তি লাভ কৰিলে ॥ ৮৭ ॥

"যি ম... (...পথত) সত্য-অসত্য (সত্য আৰু মিথ্যাক) জানোতা মহৰ্ষিবিলাক পৰৰ উপকাৰৰ অৰ্থে বিচৰণ কৰিছিল মই সেই পৰিপূৰ্ণ মাৰ্গ (সত্যপথ) এইমাত্ৰ লাভ কৰিলোঁ" বুলি তেওঁ নিশ্চিতভাৱে বুজিলে ॥ ৮৮ ॥

নিশাৰ চতুৰ্থ প্ৰহৰৰ শেষত যেতিয়া সকলো চৰাচৰ জগৎ শান্তভাৱে নিস্তব্ধ হৈ আছিল, সেই সময়ত সেই ধ্যানপৰায়ণ মুনিজনাই অবিনাশী অমৃত পদ আৰু সৰ্বজ্ঞতা লাভ কৰিছিল ॥ ৮৯ ॥

তেওঁ 'বুদ্ধ' হোৱাৰ লগে লগে পৃথিৱীখন মদৰ ৰাগী হোৱা তিৰোতাৰ দৰে ঘূৰিবলৈ ধৰিলে, সিদ্ধবিলাকেৰে সৈতে সকলো দিশ উজ্জ্বল হৈ উঠিল, স্বৰ্গত দুন্দুভি বাজি উঠিল ॥ ৯০ ॥

বিনামেঘে বৰষুণ পৰিবলৈ ধৰিলে, সুখকৰ মৃদু বতাহ বলিবলৈ ধৰিলে আৰু গছবিলাকেও অকালতে তেওঁৰ (বুদ্ধৰ) অৰ্থে ফল-পুষ্প দান কৰিলে ॥ ৯১ ॥

সেইদৰে স্বৰ্গৰপৰা সুবৰ্ণ মাণিক্য আদি ৰত্নবিলাক আৰু পাৰিজাত আদি (স্বৰ্গীয়) ফুলবিলাক পৰিবলৈ ধৰিলে। সেইবিলাকেৰে সেই আশ্ৰম ভৰপূৰ হৈ উঠিল ॥ ৯২ ॥

সেই সময়ত কোনো লোকৰে খং উঠা নাছিল, কোনো ৰোগৰ দ্বাৰা পীড়িত হোৱা নাছিল নাইবা কোনেও পাপ কৰ্ম কৰা নাছিল; গোটেই জগতখন যেন সৰ্বতোভাৱে পৰিপূৰ্ণ আৰু অতিশয় শান্ত হৈ শোভা পাইছিল ॥ ৯৩ ॥

মোক্ষাৰ্থী দেৱতাসকল হৰ্ষান্বিত হৈ উঠিল, মনুষ্যলোকত বাস কৰা প্ৰাণীবিলাকে ধৰ্ম বৃদ্ধি হোৱাৰ কাৰণে সন্মানিত বোধ কৰি সন্তোষ লাভ কৰিলে আৰু জগতখন অজ্ঞান অন্ধকাৰৰ ওপৰলৈ উঠি আহিল ॥ ৯৪ ॥



ইক্ষ্বাকু বংশোদ্ভৱ এই ঋষিজনাৰ সিদ্ধিলাভ... কাৰণে দেৱতা আৰু মহৰ্ষিবিলাক সন্তুষ্ট হৈ তেওঁৰ সন্মানৰ অৰ্থে দিব্য বিমানত উঠি তেওঁৰ ওচৰলৈ আহিল ॥ ৯৫ ॥

সিদ্ধ, দেৱতা আৰু মহৰ্ষিসকলে অদৃশ্যভাৱে থাকি তেওঁক উচ্চস্বৰে স্তুতি কৰিবলৈ ধৰিলে। কিন্তু কামদেৱহে আগন্তুক বিপদৰ আগমুহূৰ্তত হোৱাৰ দৰে ম্লান (নিৰুৎসাহ আৰু বিবৰ্ণ) হৈ পৰিল ॥ ৯৬ ॥

কায়ক্লেশৰপৰা মুক্ত হৈ নিজৰ অন্তৰ্দৃষ্টিৰে সকলো দৰ্শন কৰি তেওঁ সেই ঠাইত তেওঁৰ লক্ষ্য বস্তু (বুদ্ধত্ব) লাভ হোৱাৰ কাৰণে (সেই ঠাইখিনিৰ প্ৰতি) মৰমতে সাতদিন তাতে থাকিল ॥ ৯৭ ॥

কাৰ্যকাৰণৰ তত্ত্বজ্ঞান লাভ কৰি নৈৰাত্ম্যবাদৰ পথত সুনিশ্চিতভাৱে স্থিৰ হৈ তেওঁ জগতৰ শান্তিৰ অৰ্থে কি কৰিব পাৰি তাক জ্ঞানদৃষ্টিৰ দ্বাৰা ভালকৈ বিচাৰ কৰি চালে॥ ৯৮ ॥

জগতখন মিথ্যাচাৰত প্ৰবৃত্ত, অনৰ্থক উদ্যম, কামবাসনাৰে পৰিপূৰ্ণ আৰু অধঃপতিত হোৱা দেখা পাই আৰু মোক্ষৰ পথ অতি সঙ্কীৰ্ণ দেখি তেওঁ কিছু সময় অবিচলভাৱে থাকিল ॥ ৯৯ ॥

পিচত পূৰ্বে কৰা প্ৰতিজ্ঞা স্মৰণ কৰি আৰু জগতখনক দুখত প্ৰপীড়িত হৈ থকা দেখি সেই মুনিশ্ৰেষ্ঠই শান্তিৰ উপদেশ দিবলৈ ইচ্ছা কৰিলে ॥ ১০০ ॥

জগতত জ্ঞান বিতৰণৰ অৰ্থে বুদ্ধৰ মনৰ নিশ্চিত সঙ্কল্প জানি স্বৰ্গবাসী দেৱতা দুজন তেওঁৰ ওচৰলৈ আহিল ॥ ১০১ ॥

পাপ ৰহিত, ধৰ্মৰ সহায়ক, লক্ষ্যত উপনীত স্থিৰ— সেই মুনিক সাদৰে প্ৰণাম কৰি তেওঁলোক দুয়োজনে ধৰ্মপূৰ্ণ এই কথা ক'লে, ॥ ১০২ ॥

...ৰ্দন, আপোনাৰ দ্ৰবাৰ্দ্ৰ চিত্তই যে এই বিপন্ন জীৱবিলাকৰ পিনে চোৱা নাই, এই জগতখন এনেকুৱা সৌভাগ্য লাভৰ (আপোনাৰ দয়া দৃষ্টি লাভৰ) যোগ্য নহয়নেকি ? ॥ ১০৩ ॥

"সংসাৰত সেই সেই বিভিন্ন স্বভাৱ অনুসৰি বহু প্ৰকাৰৰ জীৱ আছে, কিছুমানৰ কামনা অধিক, কিছুমান বিমুখ (ধৰ্মৰ প্ৰতি আগ্ৰহহীন) আৰু কিছুমান সমুখ (আগ্ৰহশীল) ॥ ১০৪ ॥

"হে সংসাৰ সাগৰৰ পাৰ পোৱা মুনি, আপুনি জগতখনক দুখৰপৰা উদ্ধাৰ কৰক আৰু ধনাঢ্য (ধনী) লোকে ধন বিতৰণ কৰাৰ দৰে আপুনি আপোনাৰ মঙ্গলময় গুণবিলাক বিতৰণ কৰক ॥ ১০৫ ॥

"ইহলোকতে হওক বা পৰলোকতে হওক প্ৰায় সকলো মানুহেই স্বাৰ্থ সিদ্ধিৰ কাৰণে যত্ন কৰে। যি লোকে জগতৰ হিত সাধন কৰিব পাৰে তেনে লোক দুৰ্লভ" ॥ ১০৬ ॥

ইয়াকে কৈ সেই স্বৰ্গবাসী দেৱতা দুজন যি বাটেৰে আহিছিল সেই জ্যোতিৰ্ময় বাটেৰেই গুচি গ'ল আৰু মুনিজনাই জগতৰ মুক্তিৰ অৰ্থে মনোনিৱেশ কৰিলে ॥ ১০৭ ॥

দিক্-দেৱতা (দিক্‌পাল) সকলো আহি তেওঁক কেইটিমান ভিক্ষাপাত্ৰ দিলে। তেওঁ সেই সকলোবিলাক ভিক্ষাপাত্ৰ লৈ আনন্দ মনেৰে তাক এটি ভিক্ষাপাত্ৰত পৰিণত কৰিলে ॥ ১০৮ ॥

সেই সময়ত সেইপিনেদি যোৱা সদাগৰৰ দল এটাৰ ভিতৰৰ দুজনে নম্ৰভাৱে পূজা কৰি তেওঁক প্ৰথম ভিক্ষা দিলে ॥ ১০৯ ॥

অৱাড আৰু উদ্ৰক—এই দুজন মুনিয়ে তেওঁৰ সেই ধৰ্ম গ্ৰহণৰ যোগ্য লোক আছিল। সেই দুয়োজনেই



তেতিয়া স্বৰ্গগত হৈছে বুলি জানি তেওঁ (...লগৰীয়া) ভিক্ষু পাঁচজনক স্মৰণ কৰিলে ॥ ১১০ ॥

উদীয়মান সূৰ্যৰ দৰে চাৰিওপিনে সংসাৰৰ অজ্ঞান অন্ধকাৰ গুচাবৰ অৰ্থে সেই মুনিয়ে ভীমৰথৰ প্ৰিয় গৌৰৱশালী আৰু ৰম্য নগৰীলৈ বাট ললে ॥ ১১১ ॥

তাৰ পিচত গজেন্দ্ৰগামী সিংহস্কন্ধ (যাৰ কান্ধ সিংহৰ কান্ধৰ নিচনা) মুনি কাশী অভিমুখে (কাশীৰ পিনে) যাবলৈ ইচ্ছা কৰি নিজৰ গাটো ঘুৰাই বোধিদ্ৰুমৰ ওপৰত নিজৰ অতি স্থিৰ শুভদৃষ্টি নিক্ষেপ কৰিলে ॥ ১১২ ॥

শ্ৰীমহামণ্ডলেশ্বৰৰ মন্ত্ৰী অশ্বঘোষ ৰচিত 'বুদ্ধচৰিত' মহাকাব্যৰ 'বুদ্ধত্ব প্ৰাপ্তি' নামেৰে চতুৰ্দশ সৰ্গৰ ইয়াতে সামৰণি পৰিল।

॥ বুদ্ধচৰিত মহাকাব্যৰ পূৰ্বভাগ সমাপ্ত ॥